১৭.২.৭৭

শিশু গ্ৰন্থমালা

# বত্ৰিছ পুতলাৰ সাধু

মহিম বৰা

অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

প্ৰকাশক
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব, অসম প্ৰকাশন পৰিষদ

প্ৰথম প্ৰকাশ
জানুৱাৰী, ১৯৭৬

মূল্য ঃ পাঁচ টকা

মুদ্ৰণ
প্ৰেষক
দীঘলী পুখুৰী পাৰ
গুৱাহাটী-১

## ভূমিকা

দ্বাত্ৰিংশৎপুত্তলিকা বা সিংহাসন দ্বাত্ৰিংশিকা সংস্কৃত গল্প-সাহিত্যৰ এখন অতি জনপ্ৰিয় গ্ৰন্থ। মূল গ্ৰন্থ আজিও অনাৱিষ্কৃত; কিন্তু ইয়াৰ উত্তৰ ভাৰতীয় আৰু দক্ষিণ ভাৰতীয় দুটা সংস্কৰণ প্ৰচলিত। উত্তৰ ভাৰতীয় সংস্কৰণৰ আকৌ তিনিটা ৰূপ দেখা যায়। প্ৰথমখন জৈন লেখক ক্ষেমঙ্কৰ মুনি ৰচিত, দ্বিতীয়খন ৱৰৰুচিৰ নামত প্ৰচলিত বঙ্গদেশীয় সংস্কৰণ; তৃতীয়খন কোনো অজ্ঞাতনামা লেখকৰ সংক্ষেপে ৰূপ। দক্ষিণ ভাৰতীয় সংস্কৰণৰ নাম বিক্ৰমচৰিত।

গ্ৰন্থখনত বত্ৰিছটা গল্প আছে। কথিত আছে, একাদশ শতিকাৰ ধাৰা ৰাজ্যৰ অধিপতি ভোজে বত্ৰিছটা পুতলাৰ ওপৰত স্থাপিত ৰজা বিক্ৰমাদিত্যৰ ৰাজ সিংহাসন আৱিষ্কাৰ কৰে। এই সিংহাসনত চাৰিটা খুৰাৰ প্ৰতিটোতে আঠোটাকৈ মুঠ বত্ৰিছটা পুতলা লগোৱা আছিল। বিক্ৰমাদিত্যই সিংহাসন ইন্দ্ৰৰপৰা লাভ কৰিছিল। শালিবাহনৰ হাতত তেওঁৰ মৃত্যু হোৱাত সিংহাসনখন ভূ-গৰ্ভত পোত যায়। ৰজা ভোজে সিংহাসনখন ৰাজসভাত স্থাপন কৰি বহিব খোজোতে পুতলাবিলাকে ৰজা বিক্ৰমাদিত্যৰ গুণ-গৰিমাৰ কথা বখানি কাহিনীসমূহ ক'বলৈ ধৰে আৰু ৩২ টা পুতলাৰ প্ৰত্যেকেই দিনে একোটাকৈ কাহিনী কৈ বত্ৰিছ দিনত শেষ কৰে। এইদৰে কাহিনীসমূহ বৰ্ণনা কৰাৰ উদ্দেশ্য হ'ল বিক্ৰমাদিত্যৰ দৰে গুণী ৰজা নহলে এই সিংহাসনত আৰোহণ কৰাৰ অধিকাৰ নাই। কাহিনীসমূহত বিক্ৰমাদিত্যৰ সাহস, বুদ্ধি, ত্যাগ, উদাৰতা আদি গুণসমূহ প্ৰকাশ পাইছে।

কথিত আছে যে এই পুতলাবোৰ আগতে গন্ধৰ্বসেনৰ ৰাজকুঁৱৰী আছিল। এবাৰ ইন্দ্ৰই গন্ধৰ্ব ৰজাৰ আতিথ্য গ্ৰহণ কৰি ৰজাৰ বৰ জীয়ৰী ইন্দ্ৰলেখাক বিয়া কৰাবলৈ বিচৰাত গন্ধৰ্বসেনে আপত্তি জনালে। ইয়াতে ইন্দ্ৰই অপমানিত হৈ গন্ধৰ্ব ৰজাৰ ছোৱালী-

কেইগৰাকীক বত্ৰিছটা কাঠৰ পুতলালৈ ৰূপান্তৰিত হবলৈ অভিশাপ দি ক'লে যে তেওঁলোক ৰজা বিক্ৰমাদিত্যৰ সিংহাসনৰ খুৰা হৈ থাকিব আৰু ভোজ ৰজা সেই সিংহাসনত বহিবলৈ ওলাওঁতেহে পুনৰ গন্ধৰ্ব ৰূপ লৈ উভতিব পাৰিব।

ভোজ ৰজাক পুতলাকেইটাৰ প্ৰত্যেকেই দিনে একোটাকৈ গল্প কৈ শাপমুক্ত হৈ গৃহাভিমুখে উৰি যায়।

এই গল্পবোৰ সংস্কৃত গদ্যত লেখা হৈছে। মাজে মাজে পদ্য বা শ্লোকত নীতি-উপদেশ সন্নিবিষ্ট আছে।

অসমীয়া ভাষাত শিশু সাহিত্যৰ অভাব উপলব্ধি কৰি অসম প্ৰকাশন পৰিষদে প্ৰকাশৰ বাবে হাতত লোৱা এলানি গ্ৰন্থৰ ভিতৰত 'বত্ৰিছ পুতলাৰ সাধু' অন্যতম। আমাৰ অনুৰোধ অনুসৰি কণ কণ ল'ৰা-ছোৱালীৰ কথা মনত ৰাখি তেওঁলোকৰ উপযোগীকৈ গ্ৰন্থখনি লেখি উলিয়াইছে আধুনিক অসমীয়া গল্প সাহিত্যৰ এগৰাকী প্ৰথিতযশা গল্পকাৰ শ্ৰীমহিম বৰাই। অশেষ কষ্ট স্বীকাৰ কৰি গ্ৰন্থখন লেখি দিয়া বাবে তেখেতলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

আশাকৰো এই গ্ৰন্থৰ পঠনে আমাৰ উঠি অহা শিশুসকলৰ মনোৰঞ্জন সধাৰ উপৰিও নৈতিক আৰু চাৰিত্ৰিক বল বৃদ্ধি কৰাত সহায় কৰিব।

গুৱাহাটী
৬ ফেব্ৰুৱাৰী, ১৯৭৬

চন্দ্ৰপ্ৰসাদ শইকীয়া

## সূচী-পত্ৰ


বত্ৰিছ পুতলাৰ সাধু ... ১
সিংহাসন পোৱাৰ দ্বিতীয় কাহিনী ... ৩
পুতলা বিলাক কোন আছিল ... ৬
প্ৰথম পুতলাৰ সাধু ... ৭
দ্বিতীয় পুতলাৰ সাধু ... ৯
তৃতীয় পুতলাৰ সাধু ... ১২
চতুৰ্থ পুতলাৰ সাধু ... ১৪
পঞ্চম পুতলাৰ সাধু ... ১৫
ষষ্ঠ পুতলাৰ সাধু ... ১৮
সপ্তম পুতলাৰ সাধু ... ২০
অষ্টম পুতলাৰ সাধু ... ২২
নৱম পুতলাৰ সাধু ... ২৪
দশম পুতলাৰ সাধু ... ২৬
একাদশ পুতলাৰ সাধু ... ৩১
দ্বাদশ পুতলাৰ সাধু ... ৩৩
ত্ৰয়োদশ পুতলাৰ সাধু ... ৩৫
চতুৰ্দশ পুতলাৰ সাধু ... ৪১
পঞ্চদশ পুতলাৰ সাধু ... ৪৩
ষষ্ঠদশ পুতলাৰ সাধু ... ৪৫
সপ্তদশ পুতলাৰ সাধু ... ৪৮
অষ্টাদশ পুতলাৰ সাধু ... ৫১
ঊনবিংশ পুতলাৰ সাধু ... ৫৩
বিংশতি পুতলাৰ সাধু ... ৫৬
একবিংশতি পুতলাৰ সাধু ... ৬০
দ্বাবিংশতি পুতলাৰ সাধু ... ৬৩
ত্ৰয়োবিংশ পুতলাৰ সাধু ... ৬৫
চতুৰ্বিংশ পুতলাৰ সাধু ... ৭০

| | | |
|---|---|---|
| পঞ্চবিংশ পুতলাৰ সাধু | ... | ৭২ |
| ষষ্ঠ বিংশ পুতলাৰ সাধু | ... | ৭৫ |
| সপ্তবিংশ পুতলাৰ সাধু | ... | ৭৬ |
| অষ্টাবিংশ পুতলাৰ সাধু | ... | ৭৮ |
| ঊনত্রিংশ পুতলাৰ সাধু | ... | ৮১ |
| ত্রিংশ পুতলাৰ সাধু | ... | ৮১ |
| একাত্রিংশৎ পুতলাৰ সাধু | ... | ৮৬ |
| দ্বাত্রিংশৎ পুতলাৰ সাধু | ... | ৮৯ |


# বত্ৰিছ পুতলাৰ সাধু

মৰমৰ মইনাহঁত, তোমালোকে সৰুতে পুতলাৰ দৰা-কইনাৰ খেল খেলিছিলা সেইকথা নিশ্চয় মনত আছে। তোমালোকৰ ঘৰৰ কণ কণ ভাইটি-ভনীটিহঁতে এতিয়াও পুতলাৰে ধেমালি কৰা তোমালোকে নিশ্চয় দেখিছা।

আজি তোমালোকক তেনে পুতলাৰ সাধুকে ক'বলৈ ওলাইছো। মই যি পুতলাৰ কথা ক'বলৈ ওলাইছো, সেই পুতলা কিন্তু যেনেতেনে পুতলা নহয়। তোমালোকে ধেমালি কৰা বা দেখি থকা পুতলাই কথা পাতিব পাৰে জানো? নোৱাৰে। কিন্তু সেই পুতলাই কথা পাতিব পাৰে। সেই পুতলাই হাঁহিবও পাৰে। মুঠতে সেই পুতলাবোৰ একো একোজনী অপেচৰী যেন ধুনীয়া কইনা। তোমালোকে চাগৈ ভাবিছা, সঁচাসঁচি তেনে পুতলা আছেনে? আছে। আছে মানে এতিয়া নাই। বহুত দিনৰ আগতে তেনেকুৱা বত্ৰিছটা পুতলা আছিল। সেই পুতলাবোৰ তাহানি কালৰ বিক্ৰমাদিত্য নামৰ এজন ৰজাৰ সিংহাসনৰ গাতে লগোৱা আছিল। সিংহাসনখনৰ চাৰিটা খুৰাৰ সলনি প্ৰতি খুৰাত আঠটাকৈ মুঠতে বত্ৰিছটা পুতলাই মহাৰাজ বিক্ৰমাদিত্যৰ সেই সিংহাসনখন ধৰি আছিল। সেই সময়ত এই সিংহাসনখনৰ দৰে ধুনীয়া চালে চকু বৈ যোৱা সিংহাসন এই পৃথিবীতে নাছিল। কাৰণ, সেইখন কোনো মানুহে সজা সিংহাসন নহয়। স্বয়ং দেৱতাৰ ৰজা ইন্দ্ৰই হেনো বিক্ৰমাদিত্যৰ কাৰণে সেই সিংহাসন স্বৰ্গৰপৰা পঠিয়াই দিছিল।

এনেহেন প্ৰৱল প্ৰতাপী, দেৱতাৰ ৰজায়ো ভালপোৱা বিক্ৰমাদিত্যনো ক'ৰ ৰজা আছিল বাৰু?

শুনা তেন্তে। এতিয়াৰপৰা প্ৰায় দুহেজাৰ বছৰৰ আগতে মগধ ৰাজ্যত বিক্ৰমাদিত্য ৰজাই ৰাজত্ব কৰিছিল। আজি কালিৰ

বিহাৰ ৰাজ্যকে মগধ ৰাজ্য বুলিছিল। ৰজাৰ আচল নাম আছিল চন্দ্ৰগুপ্ত। তেওঁৰ বল-বিক্ৰমত আন আন বহুতো ৰজাই সেও মানি তেওঁক শ্ৰেষ্ঠ বা সকলোতকৈ ডাঙৰ ৰজা বুলি স্বীকাৰ কৰিছিল। এনেকৈ ৰজাৰ ওপৰত ৰজা হোৱাৰ কাৰণে তেওঁক চক্ৰৱৰ্তী ৰজা আখ্যা দিয়া হৈছিল। বিক্ৰম বা বল শক্তিত সূৰ্যৰ নিচিনা কাৰণে বিক্ৰমাদিত্য উপাধি দিয়া হৈছিল। আদিত্য মানে সূৰ্য বা বেলি। পিচলৈ এইজনা ৰজাক লৈ বহুতো কাহিনীৰ সৃষ্টি হয়। তেওঁৰ সিংহাসনৰ কাহিনীও তেনেকুৱা কাহিনী। বত্ৰিছটা পুতলাই গাইপতি একোটা কাহিনীৰ যোগেদি বিক্ৰমাদিত্য ৰজাৰ জীৱনৰ একো একোটা ডাঙৰ কাহিনীৰ কথা কৈছে। এই কাহিনী বা সাধুবিলাকৰ যোগেদি ৰজাৰ সাহ, বুদ্ধি, ত্যাগ, উদাৰতা আদি গুণবিলাক ফুটি ওলাইছে।

পুতলাবিলাকে এই কাহিনীকেইটা ভোজ নামৰ আন এজন বিখ্যাত ৰজাৰ আগত কৈছিল। ভোজ ৰজা বিক্ৰমাদিত্যৰ বহুত পিচৰ কালৰ ৰজা। এইজনা ৰজাও বৰ ধাৰ্মিক আৰু সুশাসক ৰজা আছিল। কিন্তু বিক্ৰমাদিত্য ৰজাৰ জোৰৰ ফেৰৰ নহয় হলে।

যি কি নহওঁক, বিক্ৰমাদিত্য ৰজাই দেহত্যাগ কৰাৰ পিচত তেওঁৰ ইন্দ্ৰ-দত্ত বিখ্যাত সিংহাসনখনৰ কি হ'ল কোনেও ক'ব নোৱাৰে। সময়ৰ লগে লগে মানুহে তাৰ কথা পাহৰিলে, মাত্ৰ মুখে মুখে সাধুকথাবিলাকহে চলি আছিল। ভোজ ৰজাৰ দিনতে সেইকথা ৰাইজ, ৰজা সকলোৱে পাহৰিছিল। ভোজ ৰজাৰ ৰাজ্যৰ এজন সাধাৰণ খেতিয়ক আছিল। তেওঁ বাৰীত এটা ওখ ঢাপ বান্ধিছিল। সেই ঢাপত উঠি খেতিয়কজনে নিজৰ খেতি ৰখিছিল। আচৰিত কথা কি, এই ঢাপটোত উঠিলেই তেওঁৰ নিজকে ৰজাতকৈয়ো ডাঙৰ যেন লাগে। পিচত খেতিয়কজনে আন দুই-চাৰিজনৰ আগতো সেই কথা প্ৰকাশ কৰে।

কথা বুলিলে ৰতাহ। ভোজ ৰজাৰ কাণতো এদিন সেইকথা



সিহঁতে এটা ওখ ঢিপৰ ওপৰত গৰখীয়া ল'ৰা এজনক ৰজা পাতি বহুৱালে......



পৰিলগৈ। ৰজা এদিন নিজে খেতিয়কৰ ঘৰলৈ আহি খেতিয়কৰ মুখৰ অহঙ্কাৰ বাণী শুনিলে। ৰজা বৰ চিন্তাত পৰিল আৰু ৰাজসভাত থকা পণ্ডিতক সেই ঢাপটোত কি আছে গণনা কৰি চাবলৈ ক'লে। পণ্ডিতে গণনা কৰি চাই ক'লে যে ঢাপটোৰ তলত বহুত ধন-ৰত্ন আছে। ৰজাই তেতিয়া মানুহ লৈ নিজে আগত থাকি ঢাপটো খন্দালে। খান্দোতে খান্দোতে ওলাই পৰিল তাহানিখনৰ বিক্ৰমাদিত্য ৰজাৰ সেই বিখ্যাত সিংহাসনখন!

## সিংহাসন পোৱাৰ দ্বিতীয় কাহিনী

সিংহাসনখন মাটিৰ তলত পোৱাৰ কথাটো আন প্ৰকাৰেও পোৱা যায়।

এবাৰ ভোজ ৰজাই ছদ্মবেশত ফুৰি ফুৰোঁতে কিছুমান গৰখীয়া ল'ৰাই ৰজা-মন্ত্ৰীৰ খেল খেলি থকা দেখিলে। তেওঁ সিহঁতে নেদেখাকৈ গছৰ ছাঁত তুপৰীয়া জিৰাইছিল আৰু লগতে সিহঁতৰ ধেমালিও চাইছিল।

সিহঁতে এটা ওখ ঢিপৰ ওপৰত গৰখীয়া ল'ৰা এজনক ৰজা পাতি বহুৱালে। তেওঁৰ চাৰিওফালে পাত্ৰমন্ত্ৰী, সভাসদ, দূত, কটকী সেনাপতি আদি আঁঠুলৈ বহিল। ৰাজসভালৈ গৰখীয়া ল'ৰা একোজন আহে আৰু মিছামিছি গোচৰ দিয়ে আন এজন গৰখীয়া ল'ৰাৰ ওপৰত। ৰজাই সঁচাসঁচি গোচৰৰ দৰেই তেওঁলোকৰ মকৰ্দমা সুধি এনেকুৱা ৰায় দিয়ে যে ভোজৰজা নিজেই আচৰিত হ'ল। এনে ন্যায় বিচাৰ আৰু হ'ব নোৱাৰে। তেওঁ তেতিয়া মনোযোগেৰে সিহঁতৰ ধেমালি চালে আৰু কাণ উনাই সিহঁতৰ কথা-বতৰাবোৰ শুনি যাবলৈ ধৰিলে।

গোচৰৰ পিচত এজন গৰখীয়া ল'ৰাই থিয় হৈ গৰখীয়া ৰজাক দুটা প্ৰশ্ন সুধিলে।

সাধাৰণ গৰখীয়া ৰজাই সেই প্ৰশ্নৰ যি উত্তৰ দিলে শুনি ভোজ ৰজা তবধ !

প্ৰথম প্ৰশ্ন আছিল, "স্বৰ্গদেউ, এই পৃথিবীত আটাইতকৈ সুখী কোন ?"

উত্তৰ আছিল, "যিজনে আটাইতকৈ বেছি ত্যাগ কৰিব পাৰে ।"

দ্বিতীয় প্ৰশ্ন ঃ "স্বৰ্গদেউ, কওঁকচোন, এই পৃথিবীত আটাইতকৈ জ্ঞানী কোন ?"

উত্তৰ আছিল, "যিজনে ঈশ্বৰত একান্ত ভক্তি কৰিব পাৰিছে, তেওঁৱেই সকলোতকৈ জ্ঞানী ।"

গৰখীয়া ৰজাই কোনো ভবা-চিন্তা নকৰাকৈয়ে টপাটপ্ উত্তৰ দিছিল। কিন্তু কথাবিলাক গহীন গম্ভীৰ সুৰত কৈছিল। সাধাৰণ লিখা-পঢ়া নজনা মানুহৰ দৰে চেলেংপেতেংকৈ উত্তৰ দিয়া নাছিল। তাৰ উপৰি গৰখীয়া ৰজাৰ মুখত এক দিব্য জেউতি ৰজা হৈ থকা সময় ছোৱাত জিলিকি উঠিছিল।

ৰজা ভগাৰ পিচত যেতিয়া তেওঁলোক ঘৰাঘৰি যাবলৈ ওলাল গৰখীয়া ৰজাজন এক সামান্য গৰখীয়া ল'ৰা হৈ পৰিল। কথা-বতৰাবিলাক চেলেং-পেতেং ধৰণৰ হৈ পৰিল।

ভোজ ৰজা বৰ আচৰিত হ'ল। তেওঁ কেইবাদিনো লুকাই লুকাই সেই ঠাইলৈ আহি গৰখীয়া ল'ৰাৰ ৰজা হোৱা খেলখন চাবলৈ ধৰিলে।

তাৰ পিচত এদিন ৰজা নিজে আগত থাকি মানুহ লগাই সেই টিপটো খন্দালে। তেতিয়া তাত সেই বিখ্যাত সিংহাসন দেখিবলৈ পালে।

এয়া হ'ল সিংহাসন লাভ কৰাৰ দ্বিতীয় কাহিনী।

যি কি নহওঁক, ৰজাই বহুত মানুহৰ হতুৱাই ভাৰস্তিৰে সিংহাসনখন ৰাজসভালৈ নিয়াই চাফ-চিকুণ কৰাই পূজা-সেৱা পাতি



পিচত

খন্দালে।

সিংহাসনত উঠিবলৈ সোঁ ভৰিৰে প্ৰথম

এয়া হ'ল সিংহাসন লাভ কৰি

যি কি নহওঁক, ৰজাই বহু

সিংহাসনখন ৰাজসভালৈ নিয়াই



দান-দক্ষিণা কৰি নিজে এদিন সেই সিংহাসনত আৰোহণ কৰিবলৈ মন কৰিলে। সেইমতে শুভ দিন-বাৰ ক্ষণ চাই, ৰাইজৰ জয়ধ্বনিৰ মাজত সেই সিংহাসনত উঠিবলৈ সোঁভৰিৰে প্ৰথম খোজটো আগবঢ়াওতেই—কি কাণ্ড হৈ গ'ল জানানে ?

আচৰিত কাণ্ড, নোহোৱা-নোপোজা ঘটনা। আগতেই কৈছো নহয় সিংহাসনখনত চাৰিওফালে মুঠতে বত্ৰিছটা পুতলা আছিল, তেতিয়ালৈকে দেখাত সঁচাসঁচি পুতলাৰ দৰেই প্ৰাণহীন, কথা ক'ব নোৱাৰা পুতলা যেনেই লাগিছিল সকলোৰে চকুত। এতিয়া ৰজা বহিবলৈ যাওঁতেই সকলোৰে ঢেকঢেকৈ হাঁহি দিলে !

ৰজা নিজে থৰ হৈ গ'ল। সভাসদ সকলো পুতলাৰ দৰে লৰচৰ নকৰাকৈ থিয় হৈ থাকিল। অলপ সময়ৰ পিচতহে ৰজাৰ গালৈ তৎ আহিল। তেওঁ পুতলাবিলাকক তেনেকৈ হঁহাৰ কাৰণ সুধিলে। কাৰণ তেওঁ এজন গুণী, জ্ঞানী, পৰাক্ৰমী ৰজা।

"মহাৰাজ, তুমি যিজনৰ সিংহাসনত বহিবলৈ আগবাঢ়িছা, তেওঁৰ তোমাৰ দৰে লাখ লাখ চাকৰ আছিল। তুমি কিয় নিজকে গুণী, জ্ঞানী বুলি বৰাই কৰিছা ?" — প্ৰথম পুতলাই ক'লে।

ভোজ ৰজাই বৰ অপমান পালে আৰু সিংহাসনখনৰ ... ই পেলাব খুজিলে। মন্ত্ৰীয়ে যেনিবা বুজাই-বঢ়াই ...

পুতলাজনীয়ে তেতিয়া আকৌ ক'লে, "মহাৰা... সনত বহাৰ যোগ্য লোক নাই। গতিকে ভাঙি... তোমাক আমাৰ দুখৰ কথা নোকোৱাই উচিত। ... লগত এৰাএৰি হোৱাৰ দিনৰ পৰাই আমাৰ দুখৰ ...

বাৰু অকণিহঁত ! প্ৰথম পুতলাৰ কাহিনী ... এই পুতলাবোৰনো কোন, কিয় তেওঁলোক ... জানিবলৈ মন নাযায়নে ... না তেন্তে—

# পুতলাবিলাক কোন আছিল

এই পুতলাবিলাক আগতে গন্ধৰ্ব ৰজাৰ ৰাজকুঁৱৰী আছিল। ৰাজকুঁৱৰীবিলাক আছিল বৰ ধুনীয়া আৰু নৃত্য-গীতত সুনিপুণা। গন্ধৰ্ববিলাক মানুহতকৈ শ্ৰেষ্ঠ; কিন্তু দেৱতাতকৈ তলৰ। এবাৰ দেৱতাৰ ৰজা ইন্দ্ৰই গন্ধৰ্বৰ ৰজা গন্ধৰ্বসেনৰ ৰাজকাৰেঙত অতিথি হৈছিলহি। ৰজাই বৰ আদৰ সাদৰ কৰি দেৱৰাজ ইন্দ্ৰক অতিথি সৎকাৰ কৰিলে। বহুতো দাস-দাসীয়ে তেওঁৰ আলপৈচান ধৰিলে। তেওঁক সন্তোষ দিবৰ কাৰণে নৃত্য-গীতৰ আয়োজন হ'ল।

গন্ধৰ্বসেনৰ বত্ৰিছজনী ছোৱালী আছিল। তেওঁলোকৰ প্ৰত্যেক জনীয়ে ৰূপে-গুণে অতুলনীয়া। তাৰে ডাঙৰজনীক ইন্দ্ৰই বিয়া কৰাই লগত লৈ যাবলৈ মন কৰিলে। সেই ছোৱালীটিৰ নাম ইন্দ্ৰলেখা।

গন্ধৰ্ব ৰজাই কিন্তু আপত্তি জনালে। কাৰণ গন্ধৰ্বসকলৰ নিয়ম হ'ল গন্ধৰ্বসকলৰ জাতিৰ বাহিৰে আনক বিয়া কৰাব নোৱাৰে। সেই নিয়ম ৰজাই ভাঙিলে সকলোৱে তেওঁক দূষিব।

ইন্দ্ৰই ভাবিছিল তেওঁ দেৱতাৰ ৰজা। তেওঁলৈ কোনোবাই কন্যা বিয়া নিদিবনে? গতিকে ইন্দ্ৰই বৰ অপমান পাই শাপ দিলে,—"মোৰ শাপত তোমাৰ বত্ৰিছজনী ছোৱালী বত্ৰিছটা কাঠৰ পুতলা হ'ব। তেওঁলোক পৃথিবীত এখন বিখ্যাত সিংহাসনৰ খুটা হৈ থাকিব। সেই সিংহাসনত ৰজা বিক্ৰমাদিত্য বহিব। বিক্ৰমাদিত্যৰ পিচত ভোজ নামেৰে আন এজন ৰজা যেতিয়া সেই সিংহাসনত বহিবলৈ যাব তেতিয়া তেওঁলোকে আকৌ গন্ধৰ্ব ৰূপ লৈ সেই ৰাজ্যলৈ উভতিব।"

গন্ধৰ্বসেনৰ এই দীপলিপ ছোৱালীকেইজনীয়ে ইন্দ্ৰৰ শাপত পুতলা হৈ আছিল। এতিয়া তেওঁলোকৰ শাপমুক্তিৰ দিন পালেহি। তেওঁলোক আকৌ আগৰ নিচিনা হৈ নিজ ৰাজ্যলৈ, পিতৃ-মাতৃৰ ওচৰলৈ উভতি যাব পাৰিব।



এতিয়া প্ৰথম পুতলাজনীয়ে বিক্ৰমাদিত্যৰ কাহিনী ক'বলৈ আৰম্ভ কৰিলে। এওঁেই আছিল গন্ধৰ্ব ৰজাৰ বৰজীয়ৰী ইন্দ্ৰলেখা।

পাত্ৰমন্ত্ৰী, ডা-ডাঙৰীয়া সকলোৱে পুতলাৰ কথাখিনি শুনিবলৈ আগ্ৰহ কৰাত ৰজায়ো প্ৰথম পুতলাক তেওঁৰ কাহিনী ক'বলৈ অনুমতি দিলে। তেতিয়া পুতলাই ক'বলৈ আৰম্ভ কৰিলে—

## প্ৰথম পুতলাৰ সাধু

পুৰণি কালত অম্বাৱতী নগৰত গন্ধৰ্বসেন নামে এজন ৰজা আছিল। ৰজাৰ চাৰিগৰাকী মহাদৈ। তাৰে এগৰাকীৰ গৰ্ভত শঙ্কু, বিক্ৰম আৰু ভৰ্তৃহৰি নামৰ তিনিজন পুত্ৰৰ জন্ম হয়।

পিচত শঙ্কু সেই দেশৰ ৰজা হ'ল। এবাৰ ৰাজসভাৰ পণ্ডিতসকলে গণনা কৰি ক'লে যে ভায়েক বিক্ৰমে তেওঁক খেদাই ৰাজপাট ল'বলৈ বুলি ঘোৰ অৰণ্যত শিৱপূজা পাতিছে। শঙ্কুৱে তেতিয়াই অৰণ্যলৈ গৈ শিৱদেৱতাৰ মূৰত জাবৰ-জোঁথৰ জাপি দিলে। উভতি আহি বিক্ৰমক কেনেকৈ বধ কৰিব পাৰি তাৰে উপায় আলচ কৰিলে।

বিক্ৰমে কিন্তু সকলো চক্ৰান্ত ভেদ কৰিব পাৰিলে। লোকলৈ পোতা হুলত শঙ্কু নিজেই ফুটি মৰিল। বিক্ৰম ৰজা হ'ল।

এদিন বিক্ৰম ৰজাই অৰণ্যত চিকাৰ কৰিবলৈ গৈছিল। তেওঁ এজোপা গছত উঠি দূৰণিৰ দৃশ্য চাইছিল। এনেতে তেওঁৰ চকুত পৰিল বহুত দূৰত থকা এখন ধুনীয়া ৰাজ্য।

"মই নিশ্চয় এই ধুনীয়া ৰাজ্যখন জয় কৰি ল'ব লাগিব।"—ৰজাই কথাখিনি নিজকে কোৱাদি ক'লে। এনেতে কাউৰী এটাই লগে লগে ৰজাৰ মুখত বিষ্ঠা পেলাই উৰি গ'ল।

ৰজা বিক্ৰমে খঙতে ৰাজ্যৰ সকলো কাউৰী ধৰিবলৈ আদেশ

শুনাই দিলে। সকলো প্ৰজাই কাউৰীবোৰ ধৰি ধৰি সজাত বন্দী কৰিবলৈ লাগি গ'ল।

কাউৰীবোৰে ভয়তে কঁপি কঁপি ৰজাক আচল কথা জনালেহি।

"মহাৰাজ, যিটো কাউৰীয়ে আপোনাক অভদ্ৰ ব্যৱহাৰ কৰিছিল, সেইটো আচলতে কাউৰী নহয়। সি সেই ৰাজ্যৰ মন্ত্ৰী লুতবৰণ। সেই মন্ত্ৰীয়ে মন্ত্ৰৰ বলত কাউৰীৰ ভেশ লৈছিল।"—কাউৰীবোৰে ৰজা বিক্ৰমক জনালে।

ৰজাই তেতিয়া কাউৰীবোৰ এৰি দিবলৈ আদেশ কৰিলে আৰু মন্ত্ৰী লুতবৰণক ধৰিবলৈ মানুহ পঠিয়ালে।

লুতবৰণ পিচে নিজেই ৰজাৰ ওচৰলৈ আহি ক'লে যে তেৱেঁই কাউৰীৰ ভেশ ধৰি ৰজাক অপমান কৰিছিল। কাৰণ ৰজাই তেওঁলোকৰ ধুনীয়া ৰাজ্যখন জয় কৰিব বুলি বৰ কথা মতা তেওঁ শুনিছিল। আচলতে তেওঁৰ ৰাজ্যৰ ৰজা বাহুবলে কপালত ৰাজ-তিলক দিলেহে তেওঁৰ ৰাজ্যত ৰাজলক্ষ্মীৰ বসতি হ'ব।

ৰজাবিক্ৰমৰ খং কেনিবা উৰি গ'ল। বাহুবলেনো কিয় ৰাজ-তিলক দিব লাগে, তেওঁৰ লগতনো ৰজাৰ কি সম্বন্ধ মন্ত্ৰীক বিবৰি ক'বলৈ ক'লে।

"শুনক মহাৰাজ"—মন্ত্ৰী লুতবৰণে ক'বলৈ আৰম্ভ কৰিলে, "আপোনাৰ পিতাক গন্ধৰ্বসেন আমাৰ বাহুবল ৰজাৰ ঘাই মন্ত্ৰী আছিল। পিচতহে মন্ত্ৰী পদ এৰি এই অম্বাৰতী নগৰত ৰজা হয়। গতিকে আপুনি আমাৰ ৰজাক যথাযোগ্য সন্মান দেখুৱাই এই ৰাজ-তিলক গ্ৰহণ কৰক। তেতিয়া আপোনাৰ নাম যশ বৈ বৈ যাব।"

বিক্ৰমে সেইমতে গৈ বাহুবল ৰজাক সন্মান জনালে আৰু ৰজাৰ কাৰেঙত কেইবাদিনো থাকিল। আহিবৰ সময়ত লুতবৰণৰ বুদ্ধিমতে ৰজাক গৈ ইন্দ্ৰদত্ত সিংহাসনখন উপহাৰ খুজিলে। ৰজা বাহুবল আছিল বৰ দানী আৰু প্ৰাৰ্থকক বিমুখ নকৰা লোক। সেয়ে তেওঁ সিংহাসনখন ৰজা বিক্ৰমক উপহাৰ দিলে।



সেইদিনাৰপৰা ৰজা বিক্ৰমৰ ৰাজ্য ধনে-সোণে, শস্যে-মৎস্যে উভৈনদী হৈ পৰিল। প্ৰজাসকল সুখী হ'ল।

মহাৰাজ বিক্ৰমাদিত্যই মাটিৰ খাজনা এবছৰলৈ মাফ দিলে, দুখী-দৰিদ্ৰক ৰাজভড়ালৰপৰা খাবলৈ দিলে আৰু ৰাজ্যত সম্বত নামৰ বছৰ গণনাৰ শঁক চলালে।

মইনাহঁত! আমি আজিকালি ইংৰাজী খ্ৰীষ্টাব্দমতে বছৰ গণনা কৰোঁ। খ্ৰীষ্টজন্মৰ দিন ধৰি এই বছৰৰ লেখ কৰা হয়। কিন্তু এই শঁক খ্ৰীষ্টজন্মৰো ৫৭ বছৰৰ আগতে চলোৱা হয়। এতিয়া ইংৰাজী ১৯৭৩ চন। ইয়াৰ লগত ৫৭ বছৰ যোগ দিলে হব ২০৩০ শঁক।

এই কাহিনীটো শেষ কৰি পুতলাজনীয়ে ভোজ ৰজাক সুধিলে, "মহাৰাজ, তুমি জানো বিক্ৰম ৰজাৰ দৰে দানী, গুণী, যশস্বী হ'ব পাৰিছা? তেনে হ'ব পাৰিলেহে এই সিংহাসনত বহিব পাৰিবা।" কথা শেষ হোৱাৰ লগে লগে সকলোৱে দেখি আচৰিত হ'ল যে পুতলাই অপেচৰাৰ বেশ লৈ ডেউকাৰে উৰা মাৰিলে। এটা যেন উজ্জ্বল পোহৰৰ ৰেখাই চকু চাৎ মাৰি ধৰিলে সকলোৰে!

## দ্বিতীয় পুতলাৰ সাধু

পিচদিনাও যথানিয়মে ৰাজসভা বহাৰ পিচত ৰজাই শুদ্ধ মনেৰে সিংহাসনত বহিবলৈ যাওঁতেই দ্বিতীয় পুতলাই মাত লগালে—

"মহাৰাজ, আগতে ৰজা বিক্ৰমৰ গুণৰ কথা শুনি লোৱা। যদি তেওঁৰ দৰে গুণী হোৱা, তেহে সিংহাসনত বহিবা।"

ৰজা বিক্ৰমাদিত্যক এদিন এজন সন্ন্যাসীয়ে ৰাজপাট এৰি সন্ন্যাসী হ'বলৈ উপদেশ দিলে। ৰজাই সেইমতে ভায়েক ভৰ্তৃহৰিক ৰজা পাতি নিজে সন্ন্যাসী হৈ বনলৈ গুচি গ'ল!

ইফালে উজ্জয়িনী নামে এখন নগৰত এজন দুখীয়া বামুণে দেৱতাক পূজা কৰি এটা ধুনীয়া ফল পালে। সেই ফলটো খালে মানুহ অমৰ হয়।

বামুণে সেই ফলটো নি ৰজাক দিয়াত ৰজাই তেওঁক বহুত ধন-সোণ দিলে। ৰজাই ফলটো ৰাণীক খাবলৈ দিলে। ৰাণীয়ে অনাদৰ কৰি মনে মনে ফলটো তেওঁৰ দুৰবীক দিলে। দুৰবীয়ে সেই ফলটো নি নগৰৰে সি ভালপোৱা তিৰোতা এজনীক দিলে। তাই ভাবিলে, এই ফলটো খাই তাই অমৰ হোৱাতকৈ ৰজাকে দিওঁ, ৰজাই অমৰ হওঁক এইবুলি আকৌ ৰজাকে ফলটো দিলেগৈ।

ৰজা বৰ আচৰিত হ'ল। তেওঁ ফলটো লৈ ৰাণীক দেখুৱালত ৰাণীয়ে আৰৈ মাতিব নোৱাৰি ভয়তে পেপুৱা হ'ল। ৰজাই তেতিয়া নিজে ফলটো খাই মনৰ দুখত ঘৰ-সংসাৰ, ৰাজপাট এৰি সন্ন্যাসী হৈ বনলৈ গুচি গ'ল।

ৰজা বনলৈ যোৱা শুনি ইন্দ্ৰ দেৱতাই যক্ষ এজনক ৰাজ্য ৰক্ষা কৰিবলৈ দুৰবী কৰি পঠিয়াই দিলে।

ইফালে সন্ন্যাসী হৈ ঘূৰি ফুৰা ৰজা বিক্ৰমে তেওঁৰ ৰাজ্যৰ এই বতৰাবিলাক পাই লৰালৰিকৈ এদিন ৰাতি নিজ ৰাজ্যলৈ ঘূৰি আহিল। সিংহ-দুৱাৰত দুৰবী হৈ থকা যক্ষই তেওঁক চিনি নেপাই তেওঁক প্ৰৱেশ কৰিবলৈ নিদিলে। তেতিয়া যক্ষ আৰু বিক্ৰম ৰজাৰ মালযুঁজ লাগিল। যক্ষ বিক্ৰমৰ হাতত পৰাস্ত হ'ল।

যুঁজত হাৰিলেও ৰজাই যক্ষক ভাল ব্যৱহাৰ কৰিলে। যক্ষয়ো ৰজাক চিনি পাই ক'লে, "মহাৰাজ, তোমাৰ ৰাজ্যত তৈলাকাৰ আৰু কুম্ভাকাৰ নামৰ আৰু দুজন বীৰ আছে। সেই দুজনক মাৰিব পাৰিলে তুমি ডাঙৰ ৰজা হ'বা। তৈলাকাৰ বোলাজনক এজন যোগীবেশী কুম্ভাকাৰজনে বুদ্ধি কৰি মাৰিছেই। সেই যোগীজনে তোমাকো মাৰিবৰ কাৰণে নিমন্ত্ৰণ দিব। তুমি তেতিয়া মোৰ বুদ্ধিমতে কাম কৰিবা।"



যক্ষই বুদ্ধি-কৌশল শিকাই দি স্বৰ্গলৈ গ'লগৈ।

কিছুদিনৰ পিচত ৰজা বিক্ৰমক যোগীবেশী কুম্ভাকাৰে এটা ফল খাবলৈ দি যজ্ঞলৈ বুলি নিমন্ত্ৰণ জনালে। ৰজায়ো যক্ষই শিকোৱা বুদ্ধিমতে সষ্টম হৈ যজ্ঞলৈ গ'ল।

যজ্ঞ পতা ঠাইত এগৰাকী গোসাঁনীৰ মূৰ্তি আছিল। গোসাঁনীৰ আগত বলিশাল আৰু দা এখন আছে। এটা ডাঙৰ কেৰাহীত তপত তেল উতলি আছে।

যোগীয়ে ৰজাক ভালৰি লগাই আদৰ-সাদৰ কৰি ক'লে, "মহাৰাজ দেৱীক এবাৰ সেৱা কৰি যাওঁক। দেৱীৰ আগত কিন্তু দণ্ডৱতে সেৱা কৰিব লাগে।"

ৰজাই তেতিয়া যক্ষই শিকোৱা বুদ্ধিমতে ক'লে যে তেওঁ দণ্ডৱতে সেৱানো কাক কয় নেজানে। গতিকে যোগীয়ে এবাৰ দেখুৱাই দিব লাগে।

দণ্ডৱৎ সেৱা মানে লাঠী এডালৰ দৰে দীঘল দি পৰি সেৱা কৰা। ৰজাই সেই কথা জানে। তথাপি যক্ষৰ বুদ্ধিমতে নেজানো বুলি ক'লে। যোগীয়ে তেতিয়া দীঘল দি পৰি সেৱা কৰিলে। বিক্ৰমে তেতিয়া যক্ষৰ দিহামতে দাখন যোগীৰ ডিঙিত থলে। তৎক্ষণাৎ যোগীৰ ডিঙি চিঙি দুডোখৰ হ'ল। তেতিয়া ৰজাই তাৰ গাছোৱা কেৰাহীৰ তপত তেলত পেলাই দিলে। দেৱীয়ে বিক্ৰমৰ সাহ আৰু বুদ্ধি দেখি সন্তুষ্ট হ'ল আৰু ৰজাক এটা বৰ দিবলৈ ইচ্ছা কৰিলে।

সেই সময়তে দুজন দৈত্য আহি ৰজাৰ ওচৰত উপস্থিত হৈ ক'লে, "মহাৰাজ আমাৰ দুটাৰ নাম হ'ল তাল আৰু বেতাল। আমি আপোনাৰ চাকৰ হ'বলৈ আহিছো। আপুনি দেৱীৰ পৰা আমাৰ দুজনক খুজি লওঁক।"

ৰজায়ো তাকে কৰিলে।

মইনাহঁত, এই তাল-বেতাল দৈত্য দুটাই বহুতো মায়া

জানিছিল। সিহঁতে মায়াৰ বলত জল-স্থল, পৰ্বত-পাহাৰ, আকাশ-পাতাল সকলোতে ইচ্ছামতে ঘূৰি ফুৰিব পাৰিছিল। বিক্ৰমাদিত্য ৰজাৰ এই দুই দৈত্য বৰ ডাঙৰ সহায় হৈছিল। ইহঁতৰ সহায়ত ৰজাই অসম্ভৱ কামকো সম্ভৱ কৰিব পাৰিছিল।

যি কি নহওঁক, তাল-বেতালে ৰজাক জনালে যে সিহঁতৰ নাম স্মৰণ কৰিলেই সিহঁত ৰজাৰ আগত উপস্থিত হ'ব। এই বুলি দুয়ো অন্তৰ্দ্ধান হ'ল; অৰ্থাৎ ৰজাৰ আগৰপৰা নাইকিয়া হ'ল।

কাহিনী শেষ কৰি পুতলাই ভোজ ৰজাক সুধিলে, "মহাৰাজ, তুমি জানো বিক্ৰমৰ দৰে বীৰ, সাহসী আৰু বুদ্ধিমান? তোমাৰ জানো তাল-বেতালৰ দৰে চাকৰ আছে? তেনেহলে তেওঁৰ সিংহাসনত বহিবলৈ তোমাৰ যোগ্যতা ক'ত?"

ভোজৰজাই সেইদিনাও সিংহাসনত বহিব নোৱাৰিলে। পুতলাজনীয়েও গন্ধৰ্ব কন্যাৰ ৰূপ ধৰি উৰি গ'ল।

## তৃতীয় পুতলাৰ সাধু

পিচদিনাও সেই একেদৰে ভোজৰজাই সিংহাসনত উঠিবলৈ ধৰোতেই তৃতীয় পুতলাই মাত লগালে, "মহাৰাজ, বিক্ৰমৰ সমান গুণী হলেহে এই সিংহাসনত বহিব পাৰিবা। বিক্ৰমৰ এটা কাহিনী কওঁ শুনা।"

ৰজা আৰু সভাসদ সকলোৱে তৃতীয় পুতলাৰ কথা একাণ-পতীয়াকৈ শুনিবলৈ বাহিল।

পুতলাজনীয়ে কৈ গ'ল, মহাৰাজ শুনা, অৱন্তী নগৰত এজন ৰজাৰ এজন পুৰোহিত আছিল। পুৰোহিতজনৰ আগলৈ নাই, পিচলৈ নাই একেটি মাত্ৰ ল'ৰা। কিন্তু হ'লে কি হ'ব, ল'ৰাৰ পঢ়া-শুনাৰ প্ৰতি মন-কাণ নাই; ধেমালি-ধুমুলা কৰিয়েই সময়



কটায়। এই দুখতে দেউতাকৰ পেটলৈ ভাত নাযায়, চকুলৈ নিদ্ৰা নাহে। এদিন ল'ৰাক ওচৰলৈ মাতি নি বুজালে, "বোপা, ল'ৰা কালেই বিদ্যা শিক্ষাৰ উত্তম কাল।

এতিয়া কৰিলে কাল ধেমালিত হানি,
বিদ্যা ধন উপাৰ্জন কৰিবা কাহানি?

বিদ্যাৰ সমান ধন নাই। ৰজাক নিজৰ দেশতহে সকলোৱে সন্মান কৰে। বিদ্যানৰ আদৰ কিন্তু সকলো দেশতে। বিদ্যাধনক চোৰেও চুৰ কৰি নিব নোৱাৰে। জুয়েও পুৰিব নোৱাৰে। পুত্ৰ মূৰ্খ হ'লে কুল নাশ হয়। গতিকে মূৰ্খ পুত্ৰ হোৱাতকৈ পুত্ৰহীন হোৱাই ভাল।"

দেউতাকৰ কথাত ল'ৰাৰ গালৈ চেতনা আহিল। তেওঁ তেতিয়াই লিখা-পঢ়া শিকিব বুলি মনতে থিৰ কৰিলে। সেইমতে মাক-দেউতাকৰপৰা বিদায় লৈ কাশ্মীৰ পালেগৈ। তাত এজন পণ্ডিতৰ ওচৰত বিদ্যা শিক্ষা কৰি তাৰপৰা কাশী পালেগৈ। কাশীত গৈ শুনিলে যে এটা ৰাক্ষসে এজনী দীপলিপ ছোৱালীক বন্দিনী কৰি থৈছে। বিপ্ৰ-পুত্ৰই সেই ছোৱালীজনীক বিয়া কৰাবলৈ ইচ্ছা কৰিছিল, কিন্তু ৰাক্ষসৰ হাতৰপৰা ৰক্ষা কৰিবলৈ তেওঁৰ বল-শক্তি নাই।

বহুত ভাবি-চিন্তি তেওঁ ৰজা বিক্ৰমাদিত্যৰ ওচৰলৈ গৈ সকলো কথা নিবেদন কৰিলে। ৰজাই তৎক্ষণাৎ ৰাক্ষসক বধ কৰি কন্যাটি উদ্ধাৰ কৰি বামুণৰ ল'ৰাজনৰ লগত বিয়া পাতি দিলে। লগত বহুত বয়-বস্তু, ধন-সোণ দি দোলাত উঠাই ল'ৰাৰ মাক-দেউতাকৰ ওচৰলৈ পঠিয়াই দিলে।

সাধু শেষ কৰি পুতলাজনীয়ে ভোজ ৰজাক সুধিলে, "মহাৰাজ, বিক্ৰমাদিত্য ৰজাই পৰৰ কাৰণে নিজৰ প্ৰাণকো আগ কৰি ৰাক্ষসৰ লগত যুদ্ধ দিলে। ইমান ধুনীয়া কইনাজনীকো বামুণৰ পুতেকলৈ বিয়া দিলে। তুমি ইমান পৰোপকাৰী হ'ব পাৰিছানে? তেনেহলে তুমি কিয় এই সিংহাসনখনত বহিবলৈ আহিছা?"

ভোজ ৰজাই সেই দিনাও ওঁঠ চেলেকি উভতি আহিল। কাৰণ পুতলাই কোৱা কথা সঁচা। তেওঁ ইমান পৰোপকাৰী হ'ব পৰা নাই।

পুতলাৰো শাপমুক্তি হোৱাত গন্ধৰ্ব ৰাজ্যলৈ উৰা মাৰিলে।

## চতুৰ্থ পুতলাৰ সাধু

পিচদিনা আকৌ ভোজ ৰজা সিংহাসনত বহিবলৈ গ'ল। এইবাৰ চতুৰ্থজনী পুতলাই মাত লগালেঃ

"মহাৰাজ, বিক্ৰমাদিত্যৰ আৰু এটি মহান ত্যাগৰ কাহিনী শুনাচোন আগতে।"

এবাৰ ৰজাই এটা বৰ ডাঙৰ ৰাজকাৰেং সজালে। তিমান ডাঙৰ আৰু চালে চকুৰোৱা অট্টালিকা আৰু ক'তো নাছিল। ৰজাই নিতৌ গৈ অট্টালিকা সজাৰ কাম চাইছিল। এদিন এজন ভিখাৰী বামুণে সেই বাটেদি যাওঁতে এই ঘৰটো দেখি নিজকে নিজে ক'লে, এই ঘৰটো যদি তেওঁৰ হ'লহেঁতেন!

এনেতে ৰজা সেই বাটেই পাৰ হৈ যাওক। তেওঁ বামুণৰ আপোনমনে কোৱা কথাষাৰ শুনিলে। তেতিয়াই বামুণক মতাই নি সেই ধুনীয়া ৰাজকাৰেংটো তেওঁকেই দান কৰি দিলে।

ভিখাৰী বামুণে খোৱা-বোৱা এৰি মহা স্ফূৰ্তিৰে সেই ঘৰটোতে শুই থাকিল।

ৰাতি সপোনত ৰাজলক্ষ্মী আহি বামুণক দেখা দি ক'লে যে তেওঁ প্ৰাৰ্থনা কৰিলে এই ঘৰটো ধন-সোণেৰে ভৰাই দিব।

বামুণে কিবা ভূত-প্ৰেত ভাবি ভয়তে মনে মনে থাকিল। এইদৰে ৰাজলক্ষ্মী তিনিবাৰ আহিল। তিনিওবাৰ বামুণে ভয়তে চেপেটা মাৰিলে। পুৱে ফেঁহুজালি দিওঁ নিদিওঁতেই ঘৰৰপৰা ওলায়ে লৰি লৰি ৰজাৰ ওচৰ পালেগৈ। কঁপি কঁপি বামুণে



ৰজাক ক'লে, "মহাৰাজ, সেই কাৰেঙত মই থাকিব নোৱাৰো, তাত কালিকা আছে।"

ৰজাই কিবা এটা বুজিব পাৰিলে। উভৈনদীকৈ ধন-সোণ বামুণক দি সেই ৰাতি নিজেই ঘৰটোত থাকিলগৈ। ৰাতি আকৌ ৰাজলক্ষ্মীয়ে দেখা দি ক'লে, "তোমাৰ ঘৰটো মই ধন-ৰত্নেৰে ওপচাই দিব খোজো, সেইবিলাক ওপৰৰপৰা বৰষুণৰ দৰে পৰিব। ক'ত ক'ত এই সোণ বৃষ্টি কৰিম কোঁৱা।"

ৰজাই ক'লে, "আপুনি যদি প্ৰসন্না হৈছে তেনেহলে মই শোৱা খোটালীটোৰ বাহিৰে য'তে ইচ্ছা সকলোতে সোণ বৃষ্টি কৰক।"

পিচদিনা ৰজাৰ নগৰ সোণেৰে উপচি পৰিল। ৰজাই যাৰ মাটিত যিমান সোণ পৰিছে নিজৰ কৰি লবলৈ আদেশ দিলে।

পুতলাজনীয়ে কাহিনী শেষ কৰি ভোজ ৰজাক সুধিলে, "ৰজা, তুমি বিক্ৰমৰ দৰে দানী, প্ৰজাৰ মঙ্গলৰ কাৰণে দিনে ৰাতিয়ে চিন্তা কৰা সম্ৰাট হ'ব পাৰিছানে? তেনেহ'লে কিয় সিংহাসনত উঠিবলৈ আহিছা?"

সেইদিনাও ৰজা বেজাৰ মনেৰে ঘৰলৈ উভতি গ'ল। চতুৰ্থ পুতলাজনীয়েও অপেচৰীৰ ৰূপ লৈ উৰি গ'ল।

## পঞ্চম পুতলাৰ সাধু

পঞ্চম দিনাও ৰজা সিংহাসনত উঠিবলৈ যাওঁতে পঞ্চম পুতলাই বাধা দি আগতে ৰজা বিক্ৰমৰ কাহিনী এটা শুনি ল'বলৈ ক'লে।

আগৰ পুতলাৰ সাধু শুনি শুনি ৰাজসভাৰ ডা-ডাঙৰীয়া, পাত্ৰ-মন্ত্ৰী, সভাসদ সকলোৰে বাকী পুতলাৰ কথা শুনিবলৈ বৰ কৌতূহল হৈছিল। সেয়েহে সকলোৱে ভোজ ৰজাক প্ৰাৰ্থনা জনালে পুতলাৰ কাহিনী শুনি ল'বলৈ।

পুতলাজনীয়ে ক'লে, এবাৰ বল ডাঙৰ নে ভাগ্য ডাঙৰ এই লৈ দুয়োৰো মাজত কন্দল হ'ল। দেৱৰাজ ইন্দ্ৰয়ো কোন ডাঙৰ কোন সৰু থিৰ কৰিব নোৱাৰিলে। ইন্দ্ৰৰ কথা মতে দুয়ো আহি পৃথিবীৰ শ্ৰেষ্ঠ ৰজা বিক্ৰমাদিত্যৰ ওচৰ চাপিল। ৰজায়ো ততালিকে একো সিদ্ধান্ত কৰিব নোৱাৰি ছমাহৰ পিচত তেওঁলোকক আহিবলৈ ক'লে।

এই ছমাহত ৰজাই কি কৰিলে শুনা। তেওঁ ভেশচন কৰি ৰাজ্যৰ বাহিৰ হ'ল। গৈ গৈ এজন ধনী সাউদৰ ঘৰ পালেগৈ। ছদ্মবেশী ৰজাই সাউদক ক'লে যে তেওঁ এজন চাকৰিপ্ৰাৰ্থী, তেওঁৰ দৰ্মহা দিনে একলাখ সোণৰ মোহৰ।

সাউদে কথাটো শুনি বিচুতি খালে। দিনে এক লাখ সোণৰ মোহৰ! তথাপি সিনো কি কাম কৰে পৰীক্ষা চাবৰ কাৰণেই কেইদিনমানলৈ ৰজাক চাকৰি দিলে ৰজাই দৰ্মহাৰে সকলোখিনিকে দুখী দৰিদ্ৰক দান কৰে, নিজলৈ একো নাৰাখে।

এনেকৈ কেইদিনমান যোৱাৰ পিচত এদিন সাউদৰ লগত নাৱত উঠি বণিজলৈ যাবলগা হ'ল।

বাটত পালে ডাঙৰ ধুমুহা-বতাহে। নাও আছিল বাহানিৰে ভৰপূৰ। নাৱৰ বোজা যদি কমাই নিদিয়ে তেনেহলে বস্তু-বাহানিৰে সৈতে সদাগৰো বুৰ গৈ সাগৰৰ অতল তলত সোমাবগৈ। গৰাকীৰ সৰ্বস্ব ৰক্ষা কৰিবলৈ বুলি চাকৰৰূপী বিক্ৰম ৰজাই নিজে সাগৰৰ বুকুলৈ জাপ মাৰি দিলে। এজন মানুহৰ ভৰ কম হোৱাত নাওখন আৰু সাউদ ৰক্ষা পৰিল। সাউদে ইমান বেতন দি ৰখা চাকৰৰ আচল মূল্য তেতিয়াহে বুজিব পাৰিলে। কিন্তু তেওঁ কেতিয়াও নাজানিলে যে তেওঁৰ সেই বিখ্যাত চাকৰজন আচলতে কোন?

ইফালে ৰজা ঢৌৰ বুকুত উটি উটি যাবলৈ ধৰিলে। ঢৌৱে এটা দ্বীপৰ পাৰ পোৱালেহি।



সেই দ্বীপত এক ৰাজ-অট্টালিকা আছিল। ৰজাই কানি-কাপোৰ শুকোৱাৰ পিচত ক'ৰবাত কিবা সহায় পাইনেকি বিচাৰি ফুৰোতে সেই ৰাজ-হাউলিৰ সিংহ-দুৱাৰ পালেগৈ। কিন্তু তেওঁ দেখি আচৰিত হ'ল যে প্ৰধান দুৱাৰখনৰ গাত তেওঁৰ নামটো লিখা আছে। ভালদৰে পঢ়ি দেখে যে ৰাজকন্যা সিংহৱতীৰ লগত ৰজা বিক্ৰমৰ বিয়া হ'ব।

ৰজাই তেতিয়া দুৱৰীৰপৰা জানিব পাৰিলে যে সেইখনেই ৰাজকুঁৱৰী সিংহৱতীৰ পুৰী। ৰজাই দুৱৰীৰ যোগেদি নিজৰ পৰিচয় কুঁৱৰীলৈ জনাই পঠিয়ালে। কুঁৱৰীয়েও ৰজাক সন্মানেৰে কাৰেঙৰ ভিতৰত নিয়াই আদৰ সাদৰকৈ ৰাখিলে। শুভ দিন-বাৰ চাই ৰজাৰ লগত সিংহৱতীৰ শুভ পৰিণয় হ'ল।

সিংহৱতীক লৈ ৰজা নিজ দেশলৈ উভতি আহিল। আহোতে অম্বাৱতী নামে এখন ৰাজ্যৰ মাজেদি আহিছিল। সেই ৰাজ্যত এখন নৈৰ পাৰত এজন সন্ন্যাসী লগ পালে। ৰজাই সন্ন্যাসীক সেৱা জনালে। সন্ন্যাসীয়ে তেতিয়া সন্তুষ্ট হৈ ৰজাক এডাল আচৰিত মালা দিলে। এই মালাৰ আচৰিত গুণ এয়ে যে যেতিয়াই যি বস্তু বিচাৰে এই মালাডালে উলিয়াই দিয়ে। ৰজা-ৰাণী দুয়ো আনন্দ মনেৰে আগবাঢ়িল।

গৈ থাকোতে বাটত পালে দুজন মগনিয়াৰ। তেওঁলোকে মহাৰাজক সেৱা কৰি জনালে, "মহাৰাজ আপোনাৰ ৰাজ্যৰপৰা সুদা হাতে উভতিলো।"

ৰজাই শুনি বৰ দুখ পালে। সন্ন্যাসীৰ মালাডালকে দুয়োজনক লবলৈ দি নিজ ৰাজ্যলৈ আগবাঢ়িল।

ৰজা অহাৰ বাতৰি ওলোৱাৰ লগে লগে নগৰত চাৰিওফালে বং আনন্দৰ ঢৌ উঠিল। প্ৰজাবিলাকে ঢোল-খোল বজাই নাচিবলৈ ধৰিলে।

পিচদিনা ৰাজ-সভাত ৰজা বহিলগৈ। বল আৰু অদৃষ্ট দুয়ো ৰাজসভালৈ আহিল কোন ডাঙৰ কোন সৰু বিচাৰৰ কাৰণে।

ৰজাই তেতিয়া নিজ অভিজ্ঞতাৰপৰা এই সমিধান দিলে যে বল আৰু অদৃষ্ট দুয়ো সমান। বল নাথাকিলে ভাগ্যই একো কৰিব নোৱাৰে ; ভাগ্য ন'হলেও অকল বলেৰে কাম সিদ্ধ নহয়।

দুয়ো তেতিয়া সন্তোষ মনেৰে উভতি গ'ল।

সাধু শেষ কৰি পুতলাজনীয়ে ভোজ ৰজাক সুধিলে, "তুমি, বিক্ৰমাদিত্যৰ সমান সাহসী, ত্যাগী আৰু দানী হ'ব পাৰিছানে ?" লগে লগে ডেউকাত ভৰ দি পুতলাজনী উৰি গুচি গ'ল।

ভোজ ৰজাই দুখ মনেৰে সেই দিনাও কাবেঙলৈ উভতি গ'ল।

## ষষ্ঠ পুতলাৰ সাধু

পিচদিনাও সেই একেদৰে সিংহাসনত বহিবলৈ যাওঁতে ষষ্ঠ পুতলাজনীয়ে ক'লে, "মহাৰাজ, আগতে বিক্ৰমাদিত্যৰ এটা গুণৰ কথা শুনি লোৱা। তেনে গুণ যদি তোমাৰো আছে তেহে তুমি এই সিংহাসনত বহিব পাৰিবা।"

মন্ত্ৰী, সভাসদ সকলোৱে তেতিয়া এই পুতলাৰ কাহিনী শুনিবলৈ ৰজাক ৰবকৈ পেৰি ধৰিলে।

পুতলাই কৈ গ'ল—এদিন মহাৰাজ বিক্ৰমাদিত্য ৰাজসভাত বহি আছিল। এনেতে এজন পণ্ডিতে গৈ ৰজাক জনালে যে সাগৰৰ বুকুত এঠাইত এটা ওখ গছা আছে। সেই গছা বেলি ওলোৱাৰ লগে লগে ওপৰলৈ বাঢ়ি যায়। ভৰ দুপৰীয়া গছাটোৱে গৈ আকাশ চোৱেগৈ। সূৰ্য দেৱতাই তেতিয়া তাত বহি দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰে। তাৰ পিচত বেলি লহিওৱাৰ লগে লগে গছাটোও সৰু হৈ সন্ধ্যা একেবাৰে নাইকিয়া হয়গৈ।

ৰজাই এই আচৰিত গছাৰ কথা শুনি নিজে সেই গছাত উঠিবলৈ মন কৰিলে।



কিন্তু ইমান দুৰ্গম ঠাইলৈ যাব কেনেকৈ ? তেতিয়া তেওঁৰ তাল-বেতাল দৈত্য দুটাৰ কথা মনত পৰিল। স্মৰণ কৰাৰ লগে লগে দুয়ো আহি সেৱা জনাই ক'লে, "মহাৰাজ আদেশ কৰক।"

ৰজাই ক'লে, "মোক সাগৰৰ গছাটোলৈ লৈ যোৱা।"

নিমিষতে সিহঁতে ৰজাক নি স্তম্ভটোৰ ওপৰত বহুৱাই দিলে। কিন্তু দুপৰ হোৱাৰ লগে লগে সূৰ্যৰ তাপত ৰজাৰ গাটো পুৰি আঙঠাৰ দৰে হ'ল। বেলি দেৱতাই আহাৰ খাবলৈ বুলি গছাটোত বহিবলৈ আহি ৰজাৰ তেনে অৱস্থা দেখি বৰ আচৰিত হ'ল। তেওঁ তেতিয়া অমৃত দি ৰজাক জীয়াই দিলে। ৰজাৰ আচৰিত সাহ দেখি বেলি দেৱতাই তেওঁক এযোৰা কুণ্ডল পিন্ধিবলৈ দিলে। সেই কুণ্ডলৰপৰা দিনে এশ ভাৰ (সোণৰ ওজন বিশেষ ; আজি কালি যেনেকৈ ভৰি বা তোলা) সোণ ওলায়।

ৰজাক তেতিয়া তাল-বেতালে নিজ ৰাজ্যত থৈ আহিলগৈ। নগৰ পাওঁতেই এক সন্ন্যাসীয়ে ৰজাৰ কুণ্ডল যোৰা ভিক্ষা বিচাৰিলে। ৰজাই ইমান কষ্টেৰে পোৱা সেই বহুমূলীয়া কুণ্ডল যোৰা সন্ন্যাসীক দান দি দিলে।

পুতলাই তেতিয়া ভোজ ৰজালৈ চাই সুধিলে, "মহাৰাজ বিক্ৰমাদিত্যৰ দৰে তোমাৰো ইমান সাহ, শক্তি আৰু ত্যাগ কৰিব পৰা ক্ষমতা যদিহে আছে তেনেহলেহে সিংহাসনত বহিব পাৰিবা।"

ৰজায়ো নিজৰ মনতে গুণি চাই দেখিলে সঁচাকৈয়ে তেওঁৰ ইমানবিলাক গুণ নাই। সেইদিনালৈ সভাভঙ্গ কৰি সকলো ঘৰাঘৰি গ'ল।

পুতলায়ো গন্ধৰ্ব ৰূপ লৈ আকাশলৈ উৰা মাৰিলে।

## সপ্তম পুতলাৰ সাধু

পিচদিনা আকৌ সিংহাসনত উঠিবলৈ খোজ আগবঢ়াওতেই সপ্তমজনী পুতলা আহি ৰজাৰ ভৰিৰ আগত পৰি ৰজাৰ বাটত হেঙাৰ দিলে।

"হেৰা ভোজ ৰজা"—পুতলাজনীয়ে ক'লে, "আগ.ত মোৰ কাহিনীটো শুনি লোৱা। মই ৰজা বিক্রমৰ সাহ আৰু দান কৰিব পৰা ক্ষমতাৰ বিষয়ে ক'ম। শুনি লৈ তুমি যদি নিজকে বিক্রমা.দিত্যৰ সমান বুলি ভাবা তেতিয়াহে সিংহাসনত বহিবা।"

ৰজাই কাহিনীটো শুনিবলৈ বাধ্য হ'ল। সভাৰ ডা-ডাঙৰীয়া বিষয়াসকলেও পুতলাৰ কথা শুনিবলৈ হেঁপাহ কৰিলে।

তেতিয়া পুতলাই ক'বলৈ ধৰিলে—

এদিন মাজ নিশা ৰজাই সাৰ পাই কোনোবা এজনী তিৰোতাই ক'ৰবাত কন্দা যেন শুনিলে। ৰজাই হাতত সাৰে ভৰিত সাৰে কাৰেঙৰ বাহিৰ হৈ কান্দোনৰ শব্দটোৰপিনে আগবাঢ়িবলৈ ধৰিলে। বহুত দূৰ যোৱাৰ পিচত এখন নৈৰ পাৰ পালেগৈ। তাৰপৰা ৰাতিৰ আন্ধাৰতে ছয়ানয়াকৈ দেখিবলৈ পালে যে কোনোবা এজনী তিৰোতাই নদীৰ সিটো পাৰত থিয় হৈ হিয়ালি-জিয়ালিকৈ কান্দিছে।

ৰজাই জাপ মাৰি নৈত পৰিল। সাতোঁৰ মেলি নৈৰ সিপাৰ পাই তিৰোতা গৰাকীৰ ওচৰত থিয় হৈ সুধিলে, "তুমি কোন? এনেকৈ কিয় কান্দিছা?" তিৰোতা গৰাকীয়ে তেতিয়া উচুপি উচুপি ক'লে, "মোৰ পোৰা কপালৰ কথা কিনো সুধিছে; মোৰ গিৰিহঁতে এঠাইত সিন্ধি খান্দি ধৰা পৰিল। এতিয়া বিচাৰকে তেওঁক শূলত দিবলৈ আদেশ দিছে।"

তিৰোতা গৰাকীয়ে ৰজাক চিনি পোৱা নাছিল। ৰজায়ো চিনাকি দিয়া নাছিল। ৰজাই তেওঁক বহুতো বুজনি দিয়ো শান্ত কৰিব



তাৰপৰা ৰাতি আন্ধাৰতে ছয়াময়াকৈ দেখিবলৈ পালে······

নোৰাৰি সুধিলে, "তুমিনো কি কৰিলে শান্তি পাবা ?" মানুহজনীয়ে ক'লে যে তেওঁৰ কান্ধত উঠি নৈখন পাৰ হ'ব পাৰিলেহে তাই শান্তি পাব। ৰজাই তেতিয়া মানুহজনীক কান্ধত লৈ সাঁতুৰি নৈখন পাৰ হ'ল।

নৈৰ পাৰ পায় তিৰোতা গৰাকীয়ে হাঁহি হাঁহি নিজৰ চিনাকি দি ক'লে যে তেওঁ আচলতে তেওঁৰ ৰাজ্যৰ ৰাজ-লখিমী। তেওঁ ৰজাৰ কামত সন্তুষ্ট হৈছে।

ৰজাই তেতিয়া তেওঁক সেৱা কৰিলে। গোসানীয়ে ৰজাক এখন জোলোঙা উপহাৰ দিলে। এই জোলোঙাখনত হাত সুমুৱাই যেয়ে যি খোৱা বস্তু বিচাৰে তাকে পাব।

ৰজাই জোলোঙাখন লৈ কাৰেঙলৈ উভতি গৈ শুই থাকিল।

আন এদিন ৰজাই জোলোঙাখন লৈ ফুৰিবলৈ যাওঁতে এটা ভোকাতুৰ মানুহক দেখি জোলোঙাৰপৰা নানা সুখাদ্য উলিয়াই দিলে। মানুহজনে তেতিয়া জোলোঙাখন ৰজাক ভিক্ষা খুজিলে। ৰজাই খোজনীয়াক বিমুখ নকৰে। গতিকে ইমান কষ্টৰে পোৱা জোলোঙাখন মানুহজনক দি দিলে।

পুতলাৰ কাহিনী শেষ হ'ল। তেওঁ তেতিয়া ভোজ ৰজাৰ চকুলৈ চালে। ৰজাই বুজিলে তেওঁ বিক্ৰমাদিত্যৰ দৰে সাহসী আৰু দানী নহয়। সেই দিনাও সিংহাসনত নুঠি তেওঁ কাৰেঙলৈ উভতি গ'ল।

পুতলাজনীয়ো আগৰ কেইজনীৰ দৰেই উৰা মাৰিলে।

## অষ্টম পুতলাৰ সাধু

অষ্টম দিনাও বিক্ৰমাদিত্যৰ সিংহাসনত ভোজ ৰজা বহিবলৈ যাওঁতে অষ্টম পুতলাই বাধা দি ক'লে,

"ভোজৰাজ, আগতে তুমি বিক্ৰমাদিত্যৰ দৰে ত্যাগী, পৰোপকাৰী হ'ব পাৰিছা নে নাই মোৰ কাহিনীটো শুনি লৈ বিচাৰ কৰা। যদি ভাবা যে তুমিও তেনে ত্যাগী আৰু দানী, তেহে এই সিংহাসনত বহিবা।"

সকলোৰে তেতিয়া অষ্টম পুতলাৰ কাহিনী শুনিবলৈ ধৰিলে—

এসময়ত এজন ধনী সদাগৰৰ মৃত্যুৰ সময় উপস্থিত হোৱাত তেওঁ তেওঁৰ চাৰিজন ল'ৰাক কাষলৈ মাতি আনিলে।

তেওঁলোকক বহুতো উপদেশ দি ক'লে যে তেওঁ শোৱা খাটৰ চাৰিচুকে মাটিৰ তলত চাৰিটা কলহ আছে। পূব, পশ্চিম, উত্তৰ, দক্ষিণ, এই চাৰি চুকৰ চাৰিটা কলহৰ ভিতৰত থকা বস্তুখিনি যথাক্ৰমে প্ৰথম, দ্বিতীয়, তৃতীয় আৰু চতুৰ্থজনে লৈ সুখেৰে থাকিব। তেওঁলোকে যেন সদায় মিলা-প্ৰীতিৰে থাকে।

পিচদিনা সদাগৰে চকু মুদিলে। দেউতাকৰ ক্ৰিয়া-কৰ্ম কৰি এদিন চাৰিও মিলি মাটি খান্দি কলহকেইটা উঠাই আনিলে। কলহকেইটাৰ প্ৰথমটোত আছিল তুঁহ, দ্বিতীয়টোত এঙাৰ, তৃতীয়টোত হাড় আৰু চতুৰ্থটোত মাটি।

ককাই-ভাই চাৰিওজন বৰ আচৰিত হ'ল। স্বৰ্গীয় দেউতাকৰ এই কাৰ্যৰ অৰ্থ কি হ'ব পাৰে বুজিব নোৱাৰি তেওঁলোক ৰজা বিক্ৰমৰ ৰাজসভা পালেগৈ। ৰজা তেতিয়া দেশভ্ৰমণত বাহিৰত আছিল। গতিকে তেওঁলোক চিন্তিত মনেৰে উভতি আন আন ঠাইৰ গুণী-জ্ঞানী লোকসকলৰ ওচৰলৈ গ'ল। কোনেও কলহৰ বস্তুৰ অৰ্থ ভঙাই দিব নোৱাৰিলে। গৈ গৈ তেওঁলোকে অজয়পত্তন নামে ঠাই এখন



পালেগৈ। তাত ধেমালি-ধুমুলা কৰি থকা এজাক ল'ৰাৰ মাজৰ এজন পাঁচবছৰীয়া ল'ৰাই তাৰ অৰ্থ ভঙাই দিব পাৰিলে। ল'ৰাজনে ক'লে যে তুঁহ পোৱা জনে সকলো শস্যৰ ভাগ পাব, মাটি পোৱা জনে সমস্ত মাটি-সম্পত্তি পাব, এঙাৰ পোৱা জনে ধন-ৰত্নৰ ভাগ পাব, আৰু হাড় পোৱা জনে গৰু, মহ, হাতী, ঘোঁৰাখিনি পাব।

চাৰিও ভাই-ককাই সন্তুষ্ট মনে ঘৰলৈ উভতিল। ল'ৰাজনৰ বুদ্ধিৰ কথা শুনি অজয়পত্তন নামে সৰু ৰাজ্যখনৰ ৰজাই তাক তুলি ল'লে। বিক্ৰমাদিত্য ৰজাৰ কাণতো এই কথা পৰাত ল'ৰাটো চাবলৈ বুলি ৰাজসভালৈ মাতি পঠিয়ালে।

ল'ৰাজনে কিন্তু অহঙ্কাৰ কৰি জনাই পঠিয়ালে যে ৰজা নিজে তাৰ ওচৰলৈ আহিব লাগিব, সি ৰজাৰ ওচৰলৈ নাযায়।

বিক্ৰমাদিত্যৰ খং উঠি সেই ৰাজ্য জয় কৰি ল'ৰাটোক ধৰি আনিবলৈ সৈন্য পঠিয়ালে। অজয়পত্তনৰ ৰজাই ভয় খাই ল'ৰাজনক ৰজাৰ ওচৰলৈ যাবলৈ ক'লে। ল'ৰাজনে কিন্তু ভয় নাখালে। সি মাটিৰ কিছুমান সৈন্য কৰি যুঁজ দিবলৈ পঠিয়ালে।

আচলতে ল'ৰাজন পাতালৰ ৰজা বাসুকী নাগৰ পুত্ৰ আছিল। মাক তাৰ পৃথিবীৰ এজনী বিধবা মানুহ। গতিকে বাসুকী নাগে অমৃত দি মাটিৰ সৈন্যবিলাক জীৱন্ত কৰিলে। আনকি যুদ্ধত মৰা সৈন্যবিলাককো জীয়াবলৈ অমৃত একলহ ল'ৰাজনক দিলে। ল'ৰাজনৰ নাম আছিল শালিবাহন।

ভয়ঙ্কৰ যুদ্ধ আৰম্ভ হ'ল। যুদ্ধত বিক্ৰমাদিত্যৰ পৰাজয় হ'ব লগা অৱস্থা হ'ল। ইন্দ্ৰই তেতিয়া একলহ অমৃত বিক্ৰমাদিত্যক দিলে। তাৰে মৰা সৈন্যক জীয়াব পাৰিলে হয়, কিন্তু যুদ্ধত হাৰিবলৈ ধৰিলে।

তেতিয়া ইন্দ্ৰই গৈ বাসুকীক তৰ্জন-গৰ্জন কৰি ক'লে, "তুমি তোমাৰ পুত্ৰক যুদ্ধৰপৰা বিৰত কৰি বিক্ৰমাদিত্যৰ ওচৰলৈ লৈ যোৱা। তোমাৰ পুত্ৰ বিক্ৰমাদিত্যৰ দৰে গুণী, ত্যাগী আৰু মহান হ'ব নোৱাৰে।"

বাসুকীয়ে তেতিয়া এজন বুঢ়া ব্ৰাহ্মণৰ ভেশ ধৰি কোন বেছি মহান তাৰে পৰীক্ষা কৰিবলৈ ওলাল। তেওঁ গৈ শালিবাহনক ক'লে যে বিক্ৰমাদিত্যৰ অমৃত টুকাল, গতিকে তেওঁৰপৰাই আধাখিনি বিক্ৰমাদিত্যক দিব লাগে।

শালিবাহনে অনেক তিৰস্কাৰ কৰি বুঢ়া বামুণক খেদি দিলে। তেওঁ তেতিয়া বিক্ৰমৰ ওচৰত উপস্থিত হৈ ক'লে যে শালিবাহনৰ অমৃত টুকাল গতিকে তেওঁৰপৰা অলপ অমৃত খুজি পঠিয়াইছে।

ৰজাই তেতিয়া কলহত থকা অমৃতৰ আধাখিনি বৃদ্ধ বামুণক দি দিলে। বাসুকীয়ে তেতিয়া নিজ ৰূপ ধৰি ৰজাক প্ৰশংসা কৰিলে আৰু পুত্ৰ শালিবাহনক তিৰস্কাৰ কৰি ৰজাৰ লগত সন্ধি কৰিবলৈ আদেশ দিলে।

পুতলাৰ কাহিনী শেষ হ'ল। ৰজা ভোজ আৰু ৰাজসভাৰ সকলোৰে বিক্ৰমাদিত্যৰ ত্যাগৰ কাহিনী শুনি নিস্তব্ধ হৈ পৰিল। সেইদিনালৈ ৰাজসভা ভঙ্গ হ'ল। অষ্টম পুতলায়ো গন্ধৰ্ব ৰূপ লৈ উৰি উৰি অদৃশ্য হ'ল।

## নৱম পুতলাৰ সাধু

পিচদিনা ভোজৰজাই যথাসময়ত শুদ্ধ বস্ত্ৰ আৰু পবিত্ৰ মনলৈ সিংহাসনত উঠিবলৈ যাওঁতে নৱম পুতলাই তেওঁৰ কাহিনী আৰম্ভ কৰিলে।

উজ্জয়িনী নগৰত শঙ্কৰবুধ নামৰ এজন ছাত্ৰ আছিল। তেওঁ কাশীলৈ গৈ বিদ্যাশিক্ষা কৰিছিল। বিদ্যা সমাপ্ত হোৱাৰ পিচত ঘৰলৈ উভতি আহোতে বাটত এখন ডাঙৰ অৰণ্যৰ মাজত ৰাতি থাকিবলগা হ'ল। তাত এটা ধুনীয়া সৰোবৰ আছিল। সেই সৰোবৰৰ পাৰত এটা শিৱমন্দিৰো আছিল। তেওঁ সৰোবৰত



স্নান কৰি ফল-মূল খাই শিৱমন্দিৰৰ কাষৰ সৰু ঘৰ এটাত শুবলৈ গ'ল। মাজৰাতি হঠাৎ সৰোবৰৰ পানীত খলকনি হোৱাৰ শব্দ শুনি তেওঁ বেৰৰ জলঙাৰে জুমি চালে। দেখিলে সৰোবৰৰ ভিতৰৰপৰা এখন নাৱত আঁঠজনী অতি ৰূপৱতী কন্যা উঠি আহি পাৰত নামিছে। তেওঁলোকৰ দেহৰ জেউতিয়ে ঠাইখিনি পোহৰাই পেলালে। তেওঁলোক আহি শিৱ-মন্দিৰ পালেহি। তাত গোটেই নিশা নৃত্য-গীত কৰি শিৱ-পূজা কৰিলে। শঙ্কৰবুধে চকুৰ টিপ নমৰাকৈ একেথিৰে সকলোবোৰ ঘটনা চাই থাকিল।

পুৱতি নিশা তেওঁলোক যাবলৈ বুলি নাৱত উঠিল। শঙ্কৰবুধ তেতিয়া লৰি আহি পানীৰ কাষ পালেহি। দেখিলে নাওখনেসৈতে তেওঁলোক পাতালৰ ভিতৰলৈ সোমাই গৈছে। আগ-পিচ নাভাবি তেৰোঁ সৰোবৰৰ বুকুলৈ জাপ মাৰি দিলে। কিন্তু কি হ'ব, ইতিমধ্যে নাওখন ছোৱালীকেইজনীৰেসৈতে পাতাললৈ সোমাই গ'ল আৰু পানীখিনিও উতলা পানীৰ দৰে তপত হৈ উঠিল।

শঙ্কৰবুধ বিচুৰ্তি খাই পানীৰপৰা বামলৈ উঠিল। পিচদিনা তেওঁ এই সকলো কথা ৰজাক জনাবলৈ বুলি নগৰৰফালে খোজ ল'লে।

বিক্ৰমাদিত্যই শঙ্কৰবুধৰ কাহিনী শুনি সঁচা-মিছা প্ৰমাণ ল'বৰ কাৰণে নিজে সেই সৰোবৰলৈ যাবলৈ ওলাল। শঙ্কৰবুধে কৈ দিয়া মতেই গৈ গৈ সেই অৰণ্য পালেগৈ। দুপৰ ৰাতি তেওঁ দেখিলে সৰোবৰৰ পানী উছালি নাৱৰ বুকুত এই আঁঠজনী কন্যা পাৰৰ ফালে আহিব লাগিছে। ৰজাই লুকাই থাকি তেওঁলোকেনো কি কৰে চাবলৈ ধৰিলে।

তেওঁলোকে শিৱ-মন্দিৰত সোমাই পূজা-আৰতি কৰি নৃত্য কৰিবলৈ ধৰিলে গোটেই ৰাতি। পুৱে ফেঁহুজালি দিওঁতেই আকৌ লৰালৰিকৈ নাৱত উঠি পাতাললৈ সোমাই গ'ল। ৰজা আগৰেপৰা সষ্টম হৈ আছিল। লগে লগে পানীত জাপ দি তেৰোঁ কন্যাকেইজনী যোৱাৰ বাটেদি সোমাই গ'ল। পানীখিনি সঁচাকৈয়ে উতলি থকা

যেন লাগিছিল। কিন্তু ৰজাই যোগবলেৰে তেওঁৰ গাত তাপ নলগাকৈ পাতালপুৰীলৈ সোমাই যাব পাৰিলে।

ৰজাক দেখি তেওঁলোক বৰ আচৰিত হ'ল। কাৰণ দেৱতাবদৰে শক্তি নাথাকিলে কোনো মানুহ পাতালপুৰীলৈ যাব নোৱাৰে। সেয়ে তেওঁলোকে ৰজাক সেৱা জনাই ক'লে, "মহাৰাজ, আমি হ'লো নাগকন্যা। আপুনি যে উতলা-সাগৰ পাৰ হৈ আমাৰ ৰাজ্যলৈ আহিব পাৰিছে সেই বাবেই আপুনি আমাৰ স্বামী হোৱাৰ যোগ্য। আমাক আপুনি গ্ৰহণ কৰক।"

ৰজাই তেতিয়া তেওঁলোকক বিয়া কৰাই পাতালপুৰীত কিছুদিন থাকি নিজ ৰাজ্যলৈ উভতিল। সেই পত্নীসকলে তেওঁক আঁঠটা বহুমূলীয়া ৰত্ন উপহাৰ দিলে।

ৰজাই উপহাৰ লৈ নিজৰ ৰাজধানী উজ্জয়িনী পালেহি। ৰজা অহা শুনি বহুতো সন্ত-মহন্ত লোকে ৰজাৰপৰা দান বিচাৰি ওচৰ চাপিল। ৰজাই আঁঠজনক ৰত্ন আঁঠটা দি বাকীসকলক বহুতো ধন-সম্পত্তি দি বিদায় দিলে।

নৱম পুতলাৰ কাহিনী শেষ হ'ল। তেওঁ গন্ধৰ্ব ৰূপ ধাৰণ কৰি সিংহাসনৰপৰা এৰাই উৰা মাৰিলে

বিক্ৰমাদিত্য ৰজাৰ সাহস আৰু দান কৰিব পৰা গুণৰ কথা শুনি ৰজা ভোজ আৰু সভাসদ সকলোৱে তবধ মানিলে। সেইদিনাৰ কাৰণে ৰাজসভাৰ কামো শেষ হ'ল।

## দশম পুতলাৰ সাধু

পিচদিনা ৰজা আকৌ সিংহাসনত বহিবলৈ যাওঁতে দশম পুতলাই চিঞৰি বাধা দি ক'লে, "ভোজৰাজ, মহাৰাজ বিক্ৰমাদিত্যৰ সিংহাসনত বহিবলৈ হ'লে আগতে তেওঁৰ সমান প্ৰজা-বৎসল



হ'ব লাগিব। তেওঁ প্ৰজাৰ মঙ্গলৰ কাৰণে কি কৰিব পাৰিছিল আগতে শুনি লোৱা। তুমিও যদি তেনে কাম কৰিব পাৰা তেতিয়াহে এই সিংহাসনত বহিব পাৰিবা।"

ৰজাই তেতিয়া দশম পুতলাক বিক্ৰমাদিত্যৰ কাহিনী ক'বলৈ ক'লে।

পুতলাই কৈ গ'ল—এবাৰ এজন প্ৰজাই আহি ৰজা বিক্ৰমাদিত্যক নানা কটু কথা ক'লে। কাৰণ তেওঁৰ পত্নীৰ প্ৰতিটো সন্তান জন্ম হোৱাৰ লগে লগেই মৃত্যুৰ মুখত পৰে। ৰজাৰ দোষত ৰাজ্যত অকালমৃত্যু হয়।

ৰজাই এই কথা শুনি বৰ দুখ আৰু লাজ পালে। ইয়াৰ পিচৰ সন্তানৰ জন্মৰ আগতেই তেওঁক জনাবলৈ প্ৰজাজনক ক'লে।

সেইমতে মানুহজনে এবাৰ আহি তেওঁৰ পত্নীৰ সন্তান লাভৰ সময় হোৱা বুলি ক'লে।

ৰজা নিজে গৈ প্ৰসূতি ঘৰৰ দুৱাৰ মুখত পহৰা দি ৰ'ল। এইদৰে দিনে-ৰাতিয়ে ছ-দিন পহৰা দি থকাৰ পিচত ষষ্ঠদিনা ৰাতি বিধাতা পুৰুষ আহিল কেঁচুৱাৰ ভাগ্যলিপি লিখিবলৈ। কাৰণ ৰজাই পহৰা দিয়াৰ প্ৰথম দিনাই মানুহজনে পুত্ৰসন্তান লাভ কৰিছিল।

বিধাতাই ৰজাক দুৱাৰ এৰি দিবলৈ কোৱাত ৰজাই ক'লে, "মোক যদি ল'ৰাটোৰ ভাগ্যত কি লিখিলে কৈ নাযায় তেনেহলে মই দুৱাৰ এৰি নিদিওঁ।"

বিধাতাই উপায় নাপায় তেওঁৰ কথাত মান্তি হ'ল। উভতি আহোঁতে ৰজাক ক'লে যে বিয়াৰ ৰাতি ল'ৰাটোক বাঘে খাব।

ৰজাই তেতিয়া ভটিমা প্ৰাৰ্থনাৰে বিধাতাক সন্তুষ্ট কৰি কেনেকৈ ল'ৰাজনক অকালমৃত্যুৰ হাতৰপৰা ৰক্ষা কৰিব পাৰি উপায় বিচাৰিলে।

বিধাতা বৰ বিমোৰত পৰিল। এফালে বিক্ৰমাদিত্যৰ দৰে পুণ্যবান ৰজাৰ প্ৰাৰ্থনা পূৰণ নকৰিলেও নহয়, আনহাতে বিধিৰ লিখনো

কোনোমতে খণ্ডাব নোৱাৰি। বহুত ভাবি সাঁচিপাত এখনত বিধাতাই এটা শ্লোক লিখি ৰজাক দি ক'লে, "এই শ্লোকটো পঢ়ি দিলেই বাঘে খোৱা ল'ৰাজন জী উঠিব।"

ৰজাই তেতিয়া তেওঁৰ প্ৰজাজনক মাতি আনি ক'লে, "তোমাৰ ল'ৰাৰ বিয়াৰ ৰাতি বাঘৰ হাতত মৃত্যু আছে। গতিকে তাৰ বিয়াৰ সময়ত মোলৈ বতৰা পঠিয়াবা।"

ৰজাই সাঁচিপাতখন নি ভালদৰে থৈ দিলেগৈ।

দিন যাবলৈ ধৰিলে। যথাসময়ত সেই ল'ৰাজনৰ বিয়াৰ আয়োজন হ'ল। ভাল পণ্ডিতৰ হতুৱাই সোঁৱৰণী চোৱাই বিধবা হ'ব নলগা সুলক্ষণী ছোৱালী এজনীৰ লগত বিয়াৰ বন্দৱস্ত কৰিলে ল'ৰাৰ দেউতাকে। ৰজা বিক্ৰমাদিত্যকো খবৰটো জনালে।

ৰজাই নিজে সৈন্য-সামন্ত লৈ বিয়াঘৰ পহৰা দি থাকিল। বিয়া ভগাৰ পিচত দৰা-কন্যাক ভিতৰলৈ নিলে। কন্যাই বাহিৰত বহুত সৈন্য দেখি তেওঁৰ স্বামীক কাৰণ কি সুধিলে। দৰাই তেতিয়া কইনাৰ কাণে-কাণে ফুচফুচাই ক'লে,

"ৰজাই মোক বাঘে খায় বুলি পহৰা দিছে।"

কইনাই কেতিয়াও বাঘৰ নামেই শুনা নাই, দেখা দূৰৰ কথা। লাজ-সংকোচ পাহৰি দৰাক সুধিলে, "কি বাঘ? বাঘনো কেনেকুৱা জন্তু।"

দৰায়ো ফুচফুচাই বুজাবলৈ চেষ্টা কৰিলে,

"বাঘ এটা বৰ ভয়ানক জন্তু। ই হাবিত থাকে।"

কইনাই নুবুজেহে নুবুজে।

দৰাই তেতিয়া তামোলৰ বেটু এটাৰে মাটিতে আঁক মাৰি বাঘৰ ছবি এটা আঁকি দেখুৱাই ক'লে, "বাঘ এনেকুৱাই। মুখখনলৈ চোৱাচোন, কেনেকৈ হাওঁ কৰি আছে "

হঠাৎ বিকত 'হাওঁ' শব্দ এটাই বিয়াঘৰৰ সকলোৰে বুকু কঁপাই দিলে। ছবিৰ বাঘটোৱে জাপ মাৰি দৰাৰ ডিঙিৰ সিৰা এডাল ছিঙি দৰাক মাৰি পেলালে।



পিচ মুহূৰ্ততে বাঘটো আকৌ ছবি হৈ পৰিল।

ক'ত কি হ'ল কোনেও তৰ্কিবই নোৱাৰিলে। পিচত যেতিয়া সকলোৰে হুঁচ্ আহিল, দেখিলে যে দৰা তেজেৰে লুতুৰি-পুতুৰি হৈ মৰি আছে আৰু কইনা অচেতন।

বিক্ৰমাদিত্যই ঘটনাটো জানিয়ে লৰালৰিকৈ ৰাজকাৰেঙলৈ ঘোঁৰা চেকুৱালে। তেওঁ সাৱধানে সংৰক্ষিত কৰা সাঁচিপাতখন বিচাৰিলে।

কিন্তু কি আচৰিত! সাঁচিপাতখন পোকে কুটি পেলালে। শ্লোকটোৰ মাত্ৰ প্ৰথম শব্দটো আছে। প্ৰথম শব্দটো হ'ল, 'লব্ধব্য'। ইয়াৰ অৰ্থ হ'ল, ভাগ্য নিয়তি।

ৰজাই ৰাজসভাৰ কালিদাস আদি কবিসকলক মাতি আনি এই শব্দটোৰ আৰম্ভণিৰে যিমান পাৰে সিমান শ্লোক ৰচনা কৰিবলৈ ক'লে। দৰাজনৰ মৃতদেহটো তেওঁ ঢোল এটাত ভৰাই লৈ সেই ঢোলটো বজাই বজাই 'লব্ধব্য' এই শব্দটো চিঞৰি ফুৰিবলৈ ধৰিলে।

কিন্তু মিছা, কোনেও এই শ্লোকটো সম্পূৰ্ণ কৰিব নোৱাৰিলে।

ৰজাই তেতিয়া সন্ন্যাসীৰ ভেশ ধৰি খোৱা শোৱা এৰি দেশে দেশান্তৰে 'লব্ধব্য' শব্দটোকে চিঞৰি থাকিল। আনদেশৰ মানুহে ভাবিলে সেইটো ক'ৰবাৰ বলিয়া।

এইদৰে গৈ গৈ এখন নগৰ পালেগৈ। ৰাতি সেই নগৰৰে মন্দিৰ এটাৰ দুৱাৰ মুখত ঢোলটোতে মূৰ দি শুই থাকিল।

সেই ৰাতি সেইখন দেশৰ ৰাজকুঁৱৰী অকলে অকলে মন্দিৰলৈ আহিছিল।

ৰাজকন্যা বৰ ৰূপৱতী। তেওঁ কিন্তু ভাগ্যক বৰকৈ ধিয়াই-ছিল। তেওঁৰ মতে ভাগ্যতকৈ ডাঙৰ কোনো নাই, ৰজা খৰিভাৰী হয়, খৰিভাৰী ৰজা হয়, ভাগ্যৰ বলতে। এদিন তেওঁ শিৱ-মন্দিৰলৈ যাওঁতে বাটত চেবাবলিয়া মূৰ্খ বামুণ এটাই দেখা পাই

ক'লে, "কুঁৱৰী, তোমাৰ ওচৰত মোৰ এটা বিশেষ প্ৰাৰ্থনা আছে, পূৰ্ণ কৰিবানে ?"

ৰাজকুঁৱৰীয়ে তাক মন্দিৰলৈ আঁহোতে আগেয়েও দেখিছে। মাজে মাজে কুঁৱৰীবপৰা সি ধন-বস্তু-প্ৰসাদ ভিক্ষা কৰে। গতিকে একো নভবাকৈ ক'লে "নিশ্চয় পূৰ্ণ কৰিম, যদিহে তোমাৰ ভাগ্যত মিলে।"

"মোক তুমি স্বামী বৰণ কৰা।"

কুঁৱৰীৰ মূৰত আকাশী চৰগ ভাঙি পৰিল। কিন্তু কথাত বান্ধ খালে যেতিয়া উপায় নাই। তথাপি বুদ্ধি কৰি ক'লে, "আজি দুপৰ নিশা তুমি যদি শিৱমন্দিৰলৈ অকলে আহিব পাৰা তেনেহলে তোমাকেই বৰমালা পিন্ধাম।"

চলবলীয়া বামুণৰ ল'ৰাৰ মুখত এই কথা শুনি তেওঁৰ আত্মীয়-বিলাকে সেই ৰাতি তাক বান্ধি থলে। কুঁৱৰী কিন্তু সেইনিশা হাতত বৰমালালৈ অকলে মন্দিৰলৈ আহিল। কাৰণ তেওঁ ভাগ্যক মানে, যিটো লব্ধব্য অৰ্থাৎ ভাগ্যত লিখা থাকে তাৰ হাত মানুহে সাৰিব নোৱাৰে। গোটেই বাটটো তেওঁ একেটা ভাবকে ভাবি গ'ল। যিটো লব্ধব্য, যিটো অদৃষ্ট, সেইটোৱে মানুহৰ জীৱনত ঘটে—তাৰ প্ৰমাণ তেওঁ নিজে। ৰাজকুঁৱৰীহৈয়ো তেওঁ আজি জধামূৰ্খ এটাৰ লগত বিয়া সোমাব লগা হ'ল ;—সঁচাই লব্ধব্য, ......লব্ধব্য......

এইদৰে ভাবি ভাবি গৈ থাকোতেই হঠাৎ তেওঁৰ মুখৰপৰা আপোনা-আপুনি এটা শ্লোক ওলাই গ'ল,

"লব্ধব্যমৰ্থং লভতে মনুষ্যো দৈৱোহপি তং
ৰাবয়িতুং ন শক্তঃ।
অতো ন শোচামি ন বিস্ময়ো মে, ললাট লেখো
ন পুনঃ প্ৰয়াতি ॥"



ইয়াৰ অৰ্থ হ'ল,

"নিয়তিয়ে যাৰ যেনে লিখে কপালত
দৈৱেও নোৱাৰে তাক কৰিব বাৰণ
নকৰো বেজাৰ মই নোহো আচৰিত
কপালৰ লিখা কাৰো নহয় মোচন।"

এইদৰে কৈ কৈ শুই থকা বিক্ৰমাদিত্যৰ গাত উজুটি মাৰি দিলেগৈ। আচলতে এইটোৱেই আছিল বিধাতাই লিখা শ্লোক।

শ্লোকটো শুনাৰ লগে লগে ঢোলৰ ভিতৰত মৰি থকা মানুহটো জী উঠিল আৰু ভিতৰৰপৰা খুন্দিয়াই দিয়াত ঢোলটো বাজি উঠিল। ধৰমৰকৈ ৰজাই সাৰ পাই চিঞৰি উঠিল, "লব্ধব্য, লব্ধব্য"।

ৰাজকুঁৱৰীয়ে তেওঁকেই সেই মূৰ্খটো বুলি ভাবি বৰমালা দি সেৱা কৰিলে।

ইতিমধ্যে ঢোলটো ফালি ভিতৰৰ সেই দৰাজন ওলাই আহিল।

তেতিয়াহে সকলো কথা জনা-জনি হ'ল।

এইখিনিতেই কাহিনী শেষ কৰি দশম পুতলাই গন্ধৰ্ব ৰূপ লৈ উৰা মাৰিলে।

ৰাজসভা নিমাত, নিস্তব্ধ।

## একাদশ পুতলাৰ সাধু

পিচদিনা ভোজৰজাই যথাসময়ত ৰাজসভা বহুৱাই আকৌ সিংহাসনত বহিবলৈ গ'ল।

এইবাৰ একাদশ পুতলাই বাট ভেটি ক'লে, "মহাৰাজ, বিক্ৰমাদিত্যৰ আৰু এটা কাহিনী শুনা। শুনাৰ পিচত যদি তুমি সিংহাসনত বহিবলৈ সাহ কৰা তেন্তে বহিবা।"

ৰজাৰ উত্তৰলৈ বাট নাচাই পুতলাই কৈ গ'ল—

এবাৰ বিক্ৰমাদিত্যৰ মন্ত্ৰী ভূধৰে ৰজাত মেলানি মাগি দেশ ফুৰিবলৈ গ'ল। ফুৰোতে ফুৰোতে এখন দেশৰ এক মন্দিৰত এগৰাকী দীপ্‌লিপ ছোৱালী দেখি তেওঁ ভাবিলে যে এই ছোৱালীজনী যদি তেওঁ বিয়া কৰাব পাৰিলেহেঁতেন তেন্তে তেওঁ সুখী হ'লহেতেন

আন-তাৰ মুখে খবৰ লৈ তেওঁ জানিব পাৰিলে যে সেই ছোৱালীজনী আচলতে সেই ৰাজ্যৰ ৰাজকুঁৱৰী। তেওঁক বিয়া কৰাবলৈ আহি বহুদেশৰ ৰাজকোঁৱৰে প্ৰাণ হেৰুৱাইছে।

কেনেকৈনো প্ৰাণ হেৰুৱাব লগা হ'ল সেই কথা যেতিয়া তেওঁ জানিলে তেতিয়া তেওঁৰ পেটতে হাত-ভৰি লুকাল। এটা বৰ ডাঙৰ থালীত তেল তপতোৱা আছে। থালীৰ তলত দিনে-ৰাতিয়ে মানুহে জাল দি আছে। তেলখিনি বক্‌বক্ কৰে উতলিব লাগিছে। ৰাজকন্যাই পণ কৰিছে যেয়ে এই তেলত জাপ দিব পাৰিব তেওঁকেই তেওঁ স্বামী বৰণ কৰিব।

ভূধৰে দুখে-বেজাৰে নিজ ৰাজ্যলৈ উভতি ৰজা বিক্ৰমাদিত্যক সকলো কথা ক'লেগৈ।

বিক্ৰমাদিত্যই তেতিয়াই মন্ত্ৰীক লৈ সেই ৰাজ্যলৈ গ'ল। তেওঁ সকলোবোৰ চাই-চিতি দেখিলে যে তপত তেলত পৰিলে তেওঁ মৰিব। কিন্তু যোগবলত তেওঁ যদি নমৰাকৈ থাকে তেন্তে ৰাজকুঁৱৰীক তেওঁৰ মন্ত্ৰীলৈ বিয়া কৰাব পাৰিব। তেওঁ বুজিছিল যে মন্ত্ৰীয়ে সেই কুঁৱৰীক বৰ ভাল পাইছে।

তেওঁ সেই তপত তেলত জাপ দি পৰিল। যোগবলেও তেওঁক ৰক্ষা কৰিব নোৱাৰিলে। লগে লগে তেওঁৰ প্ৰাণবায়ু উৰি গ'ল।

মন্ত্ৰী ভূধৰে তেতিয়া কপাল ভুকুৱাই চিঞৰিবলৈ ধৰিলে। ৰাজকুঁৱৰী অলপ আঁতৰতে লুকাই আছিল। আচলতে তেৱোঁ মন্ত্ৰীজনাক ভাল পাইছিল। কিন্তু ভাল পালে কি হ'ব, তেওঁৰ পণ তেওঁ এৰিব খুজিলে সকলোৱে নিন্দা কৰিব। তেওঁ কিন্তু মৰাক জীয়াব পৰা মন্ত্ৰ জানিছিল। তেওঁ ভাবিলে সেই ডেকাজন তেলত জাপ দি মৰিলেই তেওঁ জীয়াই তুলিব। সেইদিনা সেই মন্ত্ৰীজন লগতে বন্ধু এজনক লৈ অহা দেখি তেওঁ লুকাই লুকাই তেওঁলোকক লক্ষ্য কৰি আছিল। কিন্তু লগৰজন মৰাত ডেকাজনে কপাল ভুকুৱা দেখি আচৰিত হ'ল। ওচৰলৈ আহি তেওঁৰপৰা জানিব পাৰিলে যে সেইজনেই ৰজা বিক্ৰমাদিত্য। তেওঁ তৎক্ষণাত মন্ত্ৰ মাতি ৰজাক জীয়াই তুলিলে আৰু তেওঁৰ প্ৰতিজ্ঞা মতেই ৰজাকে স্বামী বৰণ কৰিবলৈ আগবাঢ়িল।



ৰজাই তেতিয়া বাধা দি ক'লে, "মোক নহয়, মোৰ প্ৰিয়মন্ত্ৰী ভূধৰক তুমি স্বামী বৰণ কৰা। এওঁৰ কাৰণেই মই তেলত জাপ দিলো।'

ৰাজকন্যাই তেতিয়া ভূধৰক স্বামী বৰণ কৰি তেওঁৰ মনৰ বাঞ্ছা পূৰালে।

কথা শেষ কৰি পুতলাই ভোজ ৰজাক সুধিলে, "তুমি এনেকৈ লোকৰ কাৰণে আত্মজাহ দিব পাৰিছানে?"

ভোজ ৰজাই তলমূৰ কৰিলে।

একাদশ পুতলাও এই ছেগতে উৰি গুচি গ'ল।

## দ্বাদশ পুতলাৰ সাধু

পিচদিনাও দ্বাদশ পুতলাই কাহিনী ক'বলৈ আৰম্ভ কৰিলে :

মহাৰাজ শুনা। এবাৰ ৰজা বিক্ৰমাদিত্যই ৰত্নভানু নামে পৰ্বত এটাৰ ওপৰত অকলে অকলে ফুৰি আছিল। ফুৰোঁতে ফুৰোঁতে এক দেৱী মন্দিৰ পাই দেখিলে যে এজন মানুহে দেৱীক আৰাধনা কৰি আছে। তেওঁ দেৱীলৈ ফল-ফুল একো আগবঢ়োৱা নাই।

ৰজাই সুধিলে, "তুমি কিয় দেৱীলৈ একো আগবঢ়োৱা নাই?"

"মোৰ হাতত একো নাই। জুৱা খেলি মই যোৱা নিশা সকলো হেৰুৱালো।" কান্দি কান্দি মানুহটোৱে ক'লে।

"তুমি যদি আজি দেৱীৰ আগত নিজকে বলি দিব পাৰা তেনেহলে বহুত ধন-সোণ পাবা। আজিৰ দিনটো বৰ শুভ।" ৰজাই ক'লে।

"মৰাৰ পিচত ধন-সোণ লৈ কি কৰিম?" মানুহটোৱে চকুপানী টুকি উত্তৰ দিলে।

"একো ভয় নাই। মন্দিৰৰ কুঁৱাৰ পানী তোমাৰ গাত ছটিয়াই দিলেই জী উঠিবা। ময়ে তোমাক জীয়াই তুলিম। তুমি কিন্তু আগলৈ কেতিয়াও জুৱা নেখেলিবা।"

মানুহটোৱে কিন্তু ভয় খালে। তেওঁ যদি জী নুঠে।

ৰজাই তেওঁৰ মনৰ ভাব বুজি ক'লে, "বেছ, ময়ে তোমাৰ হৈ আত্ম-বলি দিওঁ, তুমি মাত্ৰ ধন-সোণ পাই মোক জীয়াই তুলিবলৈ পাহৰি নাযাবা।"

এইবুলি ৰজাই তৰোৱালেৰে দেৱীৰ সন্মুখত নিজৰ মূৰ কাটি পেলালে। লগে লগে ওপৰৰপৰা নানা ধন-ৰত্ন বৰষুণ পৰাদি পৰিবলৈ ধৰিলে।

মানুহটোৱে ধন-সোণ যিমান পাৰে বুটলি লৈ লৰালৰিকৈ জুৱাখেলা ঠাইলৈ লৰ ধৰিলে ৰজাক জীওৱাৰ কথা পাহৰি গ'ল।

দেৱীয়ে তেতিয়া নিজ মূৰ্তি ধৰি ৰজাক জীয়াই তুলি ক'লে, "মহাৰাজ, তুমি আগলৈ কেতিয়াও অপাত্ৰক একো দান নকৰিবা আৰু জুৱাৰীক বিশ্বাস নকৰিবা।"

ৰজাই তেতিয়া সকলো ঘটনা বুজি পালে। তেওঁ দেৱীক সেৱা জনাই ৰাজধানীলৈ উভতিল।

পুতলাই তেতিয়া ভোজৰজাক ক'লে, "চোৱা মহাৰাজ, তুমি এনেকৈ লোকৰ কাৰণে প্ৰাণ দিব পাৰিলেহে এই সিংহাসনত বহিব পাৰিবা।" এই বুলি কৈ পুতলা উৰি অদৃশ্য হ'ল।

## ত্ৰয়োদশ পুতলাৰ সাধু

পিচদিনা আকৌ সেই অৱস্থা। ত্ৰয়োদশ পুতলাই ক'লে, "মহাৰাজ ভোজ, তুমি বিক্ৰমাদিত্যৰ সমান গুণী-জ্ঞানী হোৱা দূৰৰ কথা, তোমাৰ ৰাজসভাত বিক্ৰমাদিত্যৰ ৰাজসভাৰ দৰে গুণী-জ্ঞানী পণ্ডিত কোনোবা আছেনে? বিক্ৰমাদিত্যৰ ৰাজসভাত নৱৰত্ন আছিল, তেওঁলোকৰ ভিতৰত কালিদাস, বৰৰুচিৰদৰে কবি আছিল, তোমাৰ তেনে কোনো এজনমানো ৰত্ন আছেনে?"

সকলোৱে ত্ৰয়োদশ পুতলাৰ কথাত থমক খাই ৰ'ল। সভাসদসকলে ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলে।

সকলো নিমাত দেখি পুতলাই ক'বলৈ ধৰিলে, "মহাৰাজ, তেনেহ'লে বৰৰুচি নামৰ কবিজনৰ কাহিনীকে শুনা।"

ৰাজসভাৰ সকলোৱে বৰৰুচিৰ কাহিনী শুনিবলৈ উদ্গ্ৰীৱ হৈ উঠিল।

পুতলাই কবলৈ আৰম্ভ কৰিলে:

এবাৰ এজন চিত্ৰকৰে বিক্ৰমাদিত্যক ৰাজৰাণী ভানুমতীৰ চিত্ৰপট এখন আঁকি উপহাৰ দিলেগৈ।

ৰাজসভাৰ সকলোৱে চিত্ৰখন দেখি ধন্য ধন্য কৰিবলৈ ধৰিলে। ৰাজৰাণী ভানুমতীৰ চিত্ৰখন যেন শিল্পীয়ে তুলিকাৰে অঁকা চিত্ৰ নহয়, তেজ-মঙহৰ জীৱন্ত মূৰ্তিহে।

কবি বৰৰুচিয়ে কিন্তু খুঁট উলিয়াই ক'লে যে ৰাণীৰ বাওঁ আঠুৰ ওপৰত এটা তিল আছে, ছবিখনত এই তিলটো নাই।

চিত্ৰপটত ৰাণীৰ দেহ-সৌন্দৰ্য দেখুৱাবলৈ চিত্ৰকৰে আঁঠুৰ ওপৰলৈকে অনাবৃত কৰি আঁকিছিল।

বিক্ৰমাদিত্য ৰজাই বৰ অপমান পালে। তেওঁ ৰাণীৰ ওচৰলৈ গৈ তেওঁৰ আঁঠুৰ ওপৰত তিল আছেনে সুধিলে। ৰাণীয়ে উত্তৰ দিলে যে তিল তেওঁৰ আছে।

ৰজাই তেতিয়া বৰৰুচিক মাতি নি সুধিলে, “কবি, তুমি কেনেকৈ জানিলা তিলটোৰ কথা ?”

বৰৰুচিয়ে উত্তৰ দিলে যে তেওঁ কল্পনাৰ সহায়ত জানিব পাৰিলে। মহাৰাণী ভানুমতী অপূৰ্ব সুন্দৰী। গতিকে বিধাতাই তেওঁৰ সৌন্দৰ্য সম্পূৰ্ণ কৰিবলৈ নিশ্চয় সেই ঠাইত তিল এটা দিবই।

ৰজা কিন্তু তেওঁৰ ব্যাখ্যাত সন্তুষ্ট নহ'ল। নিশ্চয় ৰাণীয়ে স্নান কৰোতে কবিয়ে লুকাই লুকাই ক'ৰবাত চাই আছিল।

ৰজাই তেওঁক অসৎ চৰিত্ৰৰ লোক বুলি ভাবি তেওঁৰ ৰাজ্যৰপৰা ডকাই পঠিয়ালে।

কবি কালিদাসে কিন্তু ৰজাৰ কাৰ্য ভাল নাপালে। তেওঁ মনে মনে বৰৰুচিক নি নিজৰ ঘৰত লুকুৱাই ৰাখিলে। এনেকৈয়ে কিছুদিন পাৰ হ'ল।

এবাৰ ৰাজকোঁৱৰ বিক্ৰমসেন মৃগয়ালৈ গ'ল। সেইবাৰ কিন্তু অৰণ্যৰ মাজত কোঁৱৰে বাট হেৰুৱালে। ৰাতি হোৱা দেখি তেওঁ গছ এজোপাত উঠি ফেৰেঙনি এটাত ভালদৰে আউজি শোৱাৰ ব্যৱস্থা কৰিলে। এনেতে গছৰ পাত লৰাৰ শব্দ শুনি ওপৰলৈ চাই দেখিলে সৰ্বনাশ! এটা প্ৰকাণ্ড ভালুক তেওঁৰ মূৰৰ ওপৰৰ ডাল এটাত শুই আছে। গছৰ ওপৰত তেওঁ অসহায়। ভালুকে আক্ৰমণ কৰিলে তেওঁৰ আৰু ৰক্ষা নহ'ব।

ভালুকে তেওঁৰ মনৰ ভাব বুজি ক'লে, “ৰাজকোঁৱৰ ভয় নকৰিবা, আজি ৰাতি তুমি মোৰ আলহী। গতিকে মোৰপৰা তোমাৰ একো বিপদ নহয়।”—এইবুলি দুয়ো শপত খাই বন্ধুত্বৰ ডোলত বান্ধ খালে।

ৰাজকোঁৱৰে নিশ্চিন্ত হৈ ভালুকক কাষলৈ মাতি আনিলে। কথা বান্ধিলে, ৰাজকোঁৱৰ ভালুকৰ কোলাত আগৰাতি শুই থাকিব। শেহৰাতি ভালুক ৰাজকোঁৱৰৰ কোলাত শুই থাকিব। বন্ধু যেতিয়া নিশ্চয় কোলাত শুব পাৰে।



ৰাতি ৰাজকোঁৱৰ টোপনিত লালকাল। এনেতে আহিল এটা বাঘ। বাঘে ভালুকক কাবৌ-কোকালি কৰিলে মানুহটোক মাটিলৈ পেলাই দিবলৈ। ভালুক কিন্তু অলৰ-অচৰ। তেওঁৰ বন্ধুৰ প্ৰতি কেতিয়াও বিশ্বাসঘাতকতা কৰিব নোৱাৰে।

“কিন্তু মানুহত বিশ্বাস নাই, সিহঁত আমাৰ শত্ৰু”—বাঘে ভালুকক বুজালে।

“কিন্তু ৰাজকোঁৱৰ আজি মোৰ আশ্ৰিত। আশ্ৰিতক ৰক্ষা কৰা সকলোৰে ধৰ্ম”—ভালুকে উত্তৰ দিলে।

বাঘ ওঁঠ চেলেকি গুচি গ'ল।

শেহৰাতি ৰাজকোঁৱৰক জগাই ভালুকে তেওঁৰ কোলাত মূৰ থৈ টোপনি গ'ল। শেহৰাতি আকৌ আহিল বাঘ। ৰাজকোঁৱৰক ক'লে, “তুমি কি বিশ্বাসত ভালুকক কোলাত শুবলৈ দিছা? ৰাতিপুৱালেই সি তোমাক মাৰি পেলাব। তুমি নাজানা ভালুক কিমান অজীণ-পাতকী, কিমান খাই-পাত-ফলা স্বভাৱৰ। আমি নৰমাংস খাওঁ কাৰণেহে মানুহ মাৰো, ভালুকে নাখায় যদিও স্ফূৰ্তিতে মানুহ মাৰে।”

ৰাজকোঁৱৰৰ বুকু কঁপি উঠিল। হয়তো! বনৰ পশুৰ লগত মানুহৰ বন্ধু হয় কেনেকৈ? ইয়াকে ভাবি ভালুকক তললৈ ঠেলা মাৰি দিলে।

ভালুক নপৰিল। তৎক্ষণাত ডালত ধৰি বৈ গ'ল। কিন্তু ৰাজকোঁৱৰৰ অকৃতজ্ঞতাত গোটেই গাত লাই-সৰিয়হ ফুটিবলৈ ধৰিলে।

বাঘ পলাই লৰ মাৰিলে। ৰাজকোঁৱৰ ভয়ত প্ৰায় মূছ-কঁছ যাওঁ যাওঁ।

“শুনা ৰাজকোঁৱৰ, মোৰ প্ৰতিজ্ঞা মই নেৰো। তোমাক হত্যা কৰিব পাৰো, নকৰো। কিন্তু আজি তোমাক এনে এটা শাস্তি দিম যাৰ ফলত তুমি বোবা হৈ যাবা। এই ৰাতিৰ ঘটনাটোৰ কথা কোনোবাই তোমাক ক'ব পাৰিলেহে তোমাৰ মাত ঘূৰাই

পাবা। এই ঘটনাৰ কথা কোনেও নাজানে, গতিকে তুমি চিৰ-কাল বোবা হৈ থাকিবা।”

এইবুলি ভালুকে লাহে লাহে চাৰিটা চৰ মাৰি এই শব্দ চাৰিটা ক'লে 'স-সে-মি-ৰা'।

তাৰ পিচত ভালুক গুচি গ'ল। বাকী সৈন্যই ৰাজকোঁৱৰক বিচাৰি বিচাৰি গছৰ ফেৰেঙনিত বহি থকা পাই আচৰিত হ'ল।

ৰাজকোঁৱৰে একো কথা নকয়, মাত্ৰ 'স-সে-মি-ৰা' এই চাৰিটা শব্দ উচ্চাৰণ কৰে।

সকলোৱে দুখে-বেজাৰে কোঁৱৰক লৈ ৰাজধানী পালেগৈ।

ৰজা-ৰাণী বলিয়াৰ দৰে হ'ল। নানা বেজ, চিকিৎসক আহিল। কোনেও তেওঁক ভাল কৰিব নোৱাৰিলে। কোঁৱৰে মাত্ৰ 'স-সে-মি-ৰা' এই চাৰিটা শব্দহে ক'ব পাৰে।

সভাসদসকলে কোৱা-কুই কৰিলে, বৰৰুচি থকা হ'লে নিশ্চয় আচল কথাটো ক'ব পাৰিলেহেঁতেন।

ৰজাৰ তেতিয়াহে চেতনা আহিল। সঁচাই বৰৰুচিয়েহে এই কথা ক'ব পাৰিলেহেঁতেন। তেওঁ তৎক্ষণাত চাৰিওফালে দূত পঠি-য়ালে বৰৰুচিক বিচাৰি আনিবলৈ।

কালিদাসে তেতিয়া ৰজাক সেৱা জনাই ক'লে যে ৰজাই অভয় দিলে বৰৰুচি ক'ত আছে তেওঁ ক'ব পাৰিব।

ৰজাই অভয় দিলে। তেতিয়া কালিদাসে সঁচা কথা কৈ দিলে যে বৰৰুচিক তেওঁ লুকুৱাই ৰাখিছে ইমান দিনে।

তৎক্ষণাত দোলা পঠিয়াই বৰৰুচিক ৰাজসভালৈ অনালে। বৰৰুচিয়ে ৰাজকোঁৱৰক কাষত বহুৱাই প্ৰথম 'স' আখৰটোৱে শ্লোকটো ৰচনা কৰিলে:

'সদ্ভাৱ প্ৰতিপন্নানাং ৱঞ্চনে কা বিদগ্ধতা।
অঙ্গমাৰুহ্য সুপ্তানাং হন্তং কিং নাম পৌৰুষম্ ॥'



অৰ্থাৎ—

সদ্ভাৱ জন্মাই পিচে বঞ্চনা কৰাত আছে কিনো বাহাদুৰী
কোলাত টোপনি যোৱাক হত্যা কৰাত নাই একো পুৰুষালি।

আচৰিত কথা ৰাজকোঁৱৰে তেতিয়াৰপৰা 'স-সে-মি-ৰা' কৰলৈ এৰি মাত্ৰ 'সে-মি-ৰা' এই শব্দ তিনিটা ক'বলৈ ধৰিলে।

ৰজা-ৰাণী সভাসদ সকলোৱে উৎসাহ ল'বলৈও যেন পাহৰি গ'ল। ৰাজকোঁৱৰ ভাল হ'ব এনে এটা আশাই সকলোৱে অন্তৰত ভুমুকিয়াবলৈ ধৰিলে।

বৰৰুচিয়ে তেতিয়া দ্বিতীয় শ্লোক ৰচনা কৰিলে:

'সেতুবন্ধৰামেশ্বৰে গঙ্গাসাগৰ সঙ্গমে।
ব্ৰহ্মহামুচ্যতে পাপে, মিত্ৰদ্ৰোহীনমুচ্যতে ॥'

ইয়াৰ অৰ্থ হ'ল:

সেতুবন্ধ ৰামেশ্বৰ গঙ্গা সাগৰ সঙ্গমত
স্নান কৰিলেই গুচে ব্ৰহ্মহত্যা পাপ
মিত্ৰ-দ্ৰোহ আচৰণ কৰোঁতা যিজন
কৰিব নোৱাৰে তাক তীৰ্থয়ো নিষ্পাপ।

আচৰিত! ৰাজপুত্ৰই এই শ্লোকটো শুনাৰ পিচত অকল 'মি-ৰা' এই শব্দ দুটাহে উচ্চাৰণ কৰিবলৈ ধৰিলে।

তেতিয়া বৰৰুচিয়ে তৃতীয় শ্লোক ৰচনা কৰিলে:

'মিত্ৰদ্ৰোহী কৃতঘ্নশ্চ যে চ বিশ্বাসঘাতকাঃ।
তে নৰা নৰকং যান্তি, সত্যং সত্যং নস শয়ঃ ॥'

ইয়াৰ ভাঙনি হ'ল:

মিত্ৰদ্ৰোহী, অকৃতজ্ঞ, বিশ্বাসঘাতকী
নৰকত পচিবই সেই মহাপাপী।

তৃতীয় শ্লোক শুনাৰ লগে লগে ৰাজকোঁৱৰে অকল 'ৰা' শব্দ-টোকে বাৰে বাৰে মাতিবলৈ ধৰিলে।

তেতিয়া বৰৰুচিয়ে ৰচনা কৰিলে চতুৰ্থ শ্লোক :

'ৰাজাসি ৰাজপুত্ৰোঽসি, যদি কল্যাণমিচ্ছসি
দেহি দানং দ্বিজাভিভ্যো, দেৱতাৰাধনং কুৰু।'

এই শ্লোকৰ অৰ্থ হ'ল :

ৰাজপুত্ৰ ৰজা তুমি যিহকে নোহোৱা,
যদিহে বিচাৰা তুমি নিজৰ কল্যাণ।
দেৱতাৰ মন্দিৰত কৰা আৰাধনা
ব্ৰাহ্মণ সৱক দিয়া যত পাৰা দান॥

এই শ্লোক শুনাৰ লগে লগেই ৰাজকোঁৱৰ যেন টোপনিৰ-পৰা সাৰ পাই উঠিল। তেওঁ 'ৰা' শব্দটো নোকোৱা হ'ল। হাবিৰ সকলো ঘটনাই মনত পৰিল। বৰৰুচিয়েও ঘটনাটো জানে কাৰণেই খাপ-খোৱা শ্লোক ৰচনা কৰিব পাৰিছিল। গতিকে ৰাজকোঁৱৰে ৰাজসভাত গোটেই ঘটনাটো কোৱাৰ লগে লগে তেওঁ মিচিকিয়াই হাঁহি আছিল।

বিক্ৰমাদিত্যই বৰৰুচিক সুধিলে হাবিৰ ঘটনাৰ কথা তেওঁ ঘৰত থাকিয়ে কেনেকৈ জানিলে!

"আই সৰস্বতীৰ কৃপাত মই জানিব পাৰিলো—যেনেকৈ জানিব পাৰিছিলো ৰাণী আইৰ তিলটোৰ কথা"—বৰৰুচিয়ে বিনয়েৰে উত্তৰ দিলে।

বিক্ৰমাদিত্যই তৎক্ষণাত তেওঁৰ ব্যৱহাৰৰ বাবে ক্ষমা বিচাৰি ৰাজসভাত বৰৰুচিক সন্মানেৰে স্থান দিলে আৰু তেওঁক আশ্ৰয় দি ৰখাৰ বাবে কালিদাসকো প্ৰশংসা কৰিলে।

পুতলাৰ কথা শেষ হ'ল। ৰজা, সভাসদ কাৰো মুখত মাত এষাৰ নাই, কাৰণ বিক্ৰম ৰজাৰ ৰাজসভাৰ নৱৰত্নৰ দৰে এজনো ৰত্ন তেওঁলোকৰ মাজত নাই।

লাহে লাহে পুতলাই গন্ধৰ্ব-কন্যা ৰূপ ধৰি আকাশলৈ উৰি গ'ল।

## চতুৰ্দশ পুতলাৰ সাধু

চৌধ দিনৰ দিনাও ভোজ ৰজাক সিংহাসনত উঠিবলৈ বাৰণ কৰি চতুৰ্দশ পুতলাই ক'বলৈ ধৰিলে :

এদিন বিক্ৰমাদিত্য ৰাজসভাত বহি থাকোতে এজন মানুহে তাৰ পত্নীক লৈ তালৈ আহি ৰজাক জনালে যে স্বৰ্গত দেৱতা আৰু দানৱৰ যুদ্ধ হৈছে। সি ইন্দ্ৰক সহায় কৰিবলৈ স্বৰ্গলৈ যাব। গতিকে সি উভতি নহালৈকে তাৰ পত্নীক মহাৰাজৰ আশ্ৰয়ত থৈ যাব খোজে।

ৰজা মান্তি হ'ল। তাৰ পত্নীক অন্তেষপুৰলৈ পঠিওৱাৰ ব্যৱস্থা কৰিলে। মানুহটোও স্বৰ্গ লৈ উঠি অদৃশ্য হ'ল।

তিৰোতাজনীক অন্তেষপুৰলৈ নিয়াৰ ব্যৱস্থা কৰিছে এনেতে আকাশৰ ফালে গণ্ডগোল শুনিবলৈ পালে। সকলোৱে বাহিৰলৈ ওলাই আহি চাবলৈ ধৰিলে। চাওঁতে চাওঁতে ওপৰৰপৰা মানুহটোৰ কটা হাত, ভৰি, মূৰ, টুকুৰা-টুকুৰ হৈ মাটিত পৰিবলৈ ধৰিলে!

সকলোৱে বুজিলে মানুহটো স্বৰ্গত হোৱা যুদ্ধত দৈত্যৰ হাতত খণ্ড-বিখণ্ড হ'ল।

তিৰোতাজনীয়ে ইনাই-বিনাই কান্দিবলৈ ধৰিলে। ৰজা আৰু সভাসদ সকলোৱে পাৰেমানে বুজনি দিলে; কিন্তু তাইৰ শোক নকমিল। তাই ৰজাক জনালে যে তাই স্বামীৰ লগতে চিতাত সহমৃতা হ'ব।

নিৰুপায় হৈ ৰজাই চিতা সজাবলৈ নিৰ্দেশ দিলে। মানুহটোৰ কটা হাড়-মূৰবিলাক গোটাই নি চিতাত জ্বলাই দিলে। দপদপাই জুই উঠিল আৰু সকলোৰে হৰিধ্বনিৰ মাজত তাই চিতাত প্ৰাণ বিসৰ্জন দিলে।

সকলোৱে দহন কাৰ্য শেষ কৰি উভতিল আৰু ৰজাক খবৰটো

জনাই সেইদিনাৰ কাৰণে যাবলৈ ওলাইছে এনেতে সেই মানুহটো আকাশৰপৰা নামি আহি ৰাজসভাত উপস্থিত। সি ক'লে যে যুদ্ধ শেষ হোৱাত সি উভতি আহিল।

তাক দেখিয়ে সকলোৰে মুখৰ মাত হৰিল। ৰজাও বিবুদ্ধি হ'ল। আন এটা বীৰৰ লগতহে সেই মানুহজনী সহমৃতা হ'ল।

সভাসদ এজনে মানুহটোক গোটেই ঘটনাখিনি ক'লে।

মানুহটো খঙত জ্বলি উঠিল। মহাৰাজ বিক্রমাদিত্যই মিছা কথাৰে তাক ঠগিব খুজিছে। তাৰ পত্নীক নিশ্চয় দাসী কৰি মহাৰাণীৰ ওচৰত ৰাখিব খুজিছে।

বিক্রমাদিত্যই নিৰুপায় হৈ তাক ক্ষমা খুজি ক'লে যে সঁচাকৈয়ে এনে ঘটনা ঘটিছে তাৰ বাবে তেওঁ দুখিত। এতিয়া তেওঁ তেওঁৰ দোষৰ বাবে যি প্রার্থনাই কৰে তাকে পূৰণ কৰিবলৈ ৰাজী।

সি মান্তি নহল। সি ক'লে "মহাৰাজ আপুনি অনুমতি দিলে মই বাহিৰৰ পৰাই মহাৰাণীৰ ওচৰত থকা মোৰ পত্নীক চিঞৰি মাতিব পাৰো। তেওঁ মোৰ মাত শুনিলেই ওলাই আহিব।"

"কিন্তু পুৰি ছাই হোৱা মানুহ এজনী ক'ৰপৰা ওলাই আহিব!"—সকলোৰে একেলগে চিঞৰি উঠিল।

মানুহটোৱে তেতিয়া ৰাজসভাৰপৰা অলপ আঁতৰি গৈ মিহি সুৰেৰে ঘৈণীয়েকৰ নাম ধৰি মাতিবলৈ ধৰিলে।

সকলোৱে বুজিলে মানুহটো বলিয়া হ'ল। কিন্তু তাতোকৈ আচৰিত হ'ল সঁচাসঁচিকৈ মানুহজনী অন্তঃপুৰৰ ফালৰপৰা লৰি আহি তাৰ কাষ পালে আৰু দুয়ো ৰজাক সেৱা জনালে। সি ক'লে, "মহাৰাজ, দায়-দোষ মৰিষণ কৰিব। মই ভেল্কী বাজী এটাহে দেখুৱালো।"

ৰজা বৰ সন্তুষ্ট হ'ল আৰু তাক বহুত ধন-সোণ দান কৰিলে। সি পত্নীসহ আনন্দমনে গুচি গ'ল।

কাহিনী শেষ কৰি চতুৰ্দশ পুতলায়ো গন্ধৰ্ব কন্যা ৰূপ লৈ উৰা মাৰিলে।

## পঞ্চদশ পুতলাৰ সাধু

পোন্ধৰ দিনৰ দিনা ভোজ ৰজা সিংহাসনত বহিবলৈ যাওঁতে পঞ্চদশ পুতলাই ঠাট্টা কৰি ক'লে, "মহাৰাজ তুমি বিক্রমাদিত্যৰ সিংহাসনত বহিবলৈ যোৱাটো ধৃষ্টতা। তেওঁৰ সমান নিৰ্লোভ, পৰৰ দুখত কাতৰ ৰজা এই পৃথিৱীত দ্বিতীয় এজন নাই।"

শুনা বাৰু তেওঁৰে এটা কাহিনী ঃ

এদিন ৰজাই ছদ্মবেশত নিজ ৰাজ্যত ঘূৰি ফুৰোতে এখন গাওঁৰ এমূৰত এজনী তিৰোতাই হুৰাওৰাৰে কন্দা শুনিলে। তেওঁ লৰ মাৰি গৈ দেখে যে ঘৰ এটাৰ ভিতৰত এজনী তিৰোতা মানুহক এজন মুনিহ মানুহে সোকাৰে কোবাইছে। প্ৰতিটো কোবত মানুহ-জনীৰ গাৰ মঙহ চপৰা চপৰে এৰাই আহিছে।

বিক্রমাদিত্যই মানুহজনক অত্যাচাৰ কৰিবলৈ বাধা দি তিৰোতা-জনীক সুধিলে, "তোমাক কিয় এই মানুহজনে কোবাইছে?"

মানুহজনীয়ে ক'লে, "মই এজন সদাগৰৰ পত্নী। সদাগৰৰ বেহাত বহুত ধন হানি হ'ল। তেওঁ তেতিয়া এই মানুহজনৰপৰা ধন ধাৰে ল'লে। আজি ধাৰ পৰিশোধ কৰাৰ দিন। পৰিশোধ কৰিব নোৱাৰিলে মোক সোকাৰে কোবোৱাৰ চুক্তি আছিল। তাৰে ফল মই ভোগ কৰিছো।"

ৰজাই তেতিয়া মানুহজনক ক'লে, "এইটো তোমাৰ অন্যায় চুক্তি। গিৰিয়েকে ধাৰ মাৰিব নোৱাৰিলে তেওঁৰ পত্নীৰ ওপৰত কিয় অত্যাচাৰ কৰিবা।"

মানুহজনে কঠৰা হাঁহি মাৰি ক'লে, "সেইদৰেই আমাৰ চুক্তিত লিখা আছিল। সেই কথা মানুহগৰাকীয়ে আপোনাক কৈছেই। সদাগৰো ইয়াতে আছে, আপুনি প্ৰমাণ লব পাৰে।"

"যদি কোনোবাই এতিয়াও সেই ধনখিনি দি ধাৰ মাৰে

তেনেহলে এই মহিলাগৰাকীয়ে শাস্তিৰ হাত সাৰিবনে ?"—ৰজাই সুধিলে।

"এতিয়া আৰু ধন দিলে নহ'ব"—মানুহজনে গোঙোৰা মুখেৰে ক'লে।

"তেনেহলে কি কৰিলে এই শাস্তিৰপৰা মুক্তি পাব ?"—ৰজাই আকৌ সুধিলে।

"যদি কোনোবাই সুদা পিঠিত পঁচিশটা বেতৰ কোব লয়, তেনেহ'লে মানুহজনীক এৰি দিম।"—কঠুৰা হাঁহি মাৰি মানুহটোৱে ক'লে।

ৰজাই তৎক্ষণাত চোলা খুলি সুদা পিঠিখন উলিয়াই তলমূৰ কৰি বহিল।

মানুহটোৱে গোটেই গাৰ শক্তি দি লেখি লেখি পঁচিশটা সৌকাৰ কোব দিলে ৰজাৰ মাখন যেন বগা, কোমল পিঠিত। প্ৰতিটো কোবত পিঠিৰ মঙহ এবাই গৈছিল, তেজেৰে দেহ লুতুৰি-পুতুৰি হৈছিল, কিন্তু ৰজাই অকণো কাটি-কুটা নকৰি সহ্য কৰি গ'ল।

মানুহজনে তেতিয়া ধন্য ধন্য কৰি হাতখনেৰে ৰজাৰ পিঠিখন মচি দিলে। লগে লগে ৰজাৰ পিঠি আগৰ দৰে হ'ল, ৰজাৰ গাৰ বিষ-কোপবিলাকো নাইকিয়া হ'ল।

ৰজাই তেতিয়া আচৰিত হৈ মূৰ দাঙি চালে। আচৰিত! ক'ৰ মহাজন, ক'ৰ তিৰোতা, কোনো নাই। তাৰ ঠাইত থিয় হৈ আছে স্বয়ং নাৰায়ণ আৰু কাষত স্বয়ং লক্ষ্মীদেৱী।

ৰজাই কাতৰ হৈ দুয়োকো সেৱা জনালে। নাৰায়ণে ক'লে, "মহাৰাজ, আমি তোমাক পৰীক্ষা কৰিলো মাত্ৰ। পৰীক্ষা কৰিলো সঁচাকৈয়ে তুমি কিমান পৰোপকাৰী! পৰীক্ষাত তুমি উত্তীৰ্ণ হৈছা। তুমি জীৱিত কালত সুখ আৰু আনন্দত দিন কটাবা, মৰাৰ পিচত তোমাৰ স্থান বৈকুণ্ঠত।"



এই বুলি কৈ লক্ষ্মী-নাৰায়ণ অদৃশ্য হ'ল।

লগে লগে পুতলাজনীয়েও নিজৰ ৰূপ ধৰি গন্ধৰ্বলোকলৈ উৰা মাৰিলে।

## ষষ্ঠদশ পুতলাৰ সাধু

ষষ্ঠদশ পুতলাই ৰজা ৰাজসভালৈ সোমোৱাৰ লগে লগেই নিজৰ কাহিনী আৰম্ভ কৰি দিলে। ভোজ ৰজাই সিংহাসনত উঠিবলৈ এটা খোজ দাঙিয়ে ৰৈ গ'ল। তেওঁ আৰু সভাসদ সকলোৱে ষষ্ঠদশ পুতলাৰ কাহিনী শুনিবলৈ বাধ্য হ'ল।

এবাৰ বিক্ৰমাদিত্যই ভেশচন কৰি দেশ-দেশান্তৰ ঘূৰি-ফুৰি এখন হাবি পালেগৈ। ৰাতি হোৱাত এজোপা গছৰ তলত ৰাতিটো কটাবলৈ ঠিক কৰিলে।

সেই গছজোপাত এহালি চৰাই বাস কৰিছিল। সিহঁতে নিজৰ ভিতৰতে কোৱা-মেলা কৰিছিল আন এখন দেশৰ ৰাক্ষস ৰজা এজনৰ কথা। ৰাক্ষস ৰজাজনৰ প্ৰজাবিলাক হ'ল মানুহ। ৰাক্ষসজনে দিনে এটাকৈ মানুহ খায় ৰাইজে পঁচা তুলি ঘৰে পতি একোটাকৈ মানুহ দিয়ে।

মতা চৰাইটোৱে সেইদিনা গম পাই আহিছে যে পিচদিন' যি ঘৰ মানুহৰ পাল পৰিছে সিহঁতৰ মানুহ মাত্ৰ দুজন—মাক আৰু পুতেক। গতিকে মাক আৰু পুতেকৰ মাজত কাজিয়া লাগিছে কোনজন ৰাক্ষসৰ আহাৰ হ'ব সেই কথাৰ কাৰণে। পুতেকে কৈছে সি যাব, মাকে কৈছে তেওঁহে মৰিব।

কথাখিনি কৈ চৰাই দুটাই হুমুনিয়াহ কাঢ়ি ক'লে, "সেই ৰাক্ষস ৰজাজনক কোনোবাই মাৰিব পৰা হ'লে মানুহবিলাকৰ এনে বিপদ নহয়।"

বিক্ৰমাদিত্য ৰজাই পশু-পক্ষীৰ মাতো বুজিব পাৰে আৰু সিহঁতৰ ভাষাত কথা ক'বও পাৰে। ইমান গুণী আছিল মহাৰাজ বিক্ৰমাদিত্য।

তেওঁ তৎক্ষণাত চৰাইহালক সম্বোধন কৰি ক'লে, "হেৰা পক্ষী দম্পতি, মোক তোমালোকে সেই দেশখন দেখুৱাই দিব পাৰিবানে ?

হঠাৎ গছৰ তলত মানুহৰ কণ্ঠ শুনি চৰাইযুৰিয়ে প্ৰথমে বৰ ভয় খালে। তাৰ পিচত মতা চৰাইটো অলপ তললৈ নামি আহি ক'লে, "আপুনি কোন আমি নাজানো। কিন্তু আমাৰ মাত বুজিব পাৰিছে যেতিয়া বুজিছো যে আপুনি এক মহান পুৰুষ। কিন্তু ৰাতিৰ ভিতৰতে আপুনি জানো ৰাক্ষসৰ ৰাজ্যলৈ যাব পাৰিব ?"

"মোৰ নাম বিক্ৰমাদিত্য। মোৰ তাল আৰু বেতাল নামে দুটা দৈত্য চাকৰ আছে। সিহঁতে নিমিষতে মোক য'লৈকে ইচ্ছা তলৈকে নিব পাৰিব।"

বিক্ৰমাদিত্যৰ নাম চৰাই-চিৰিকতিৰো অজানা নহয়। গতিকে ৰজাৰ লগত মতা চৰাইটো যাবলৈ সাজু হ'ল। ৰজাই তাল-বেতালক স্মৰণ কৰি চৰাইটোৰ লগে লগে তেওঁকো উৰুৱাই লৈ যাবলৈ ক'লে।

ৰাতি নৌপুৱাওঁতেই তেওঁলোক ৰাক্ষসৰ ৰাজ্য পালেগৈ আৰু শিল এডোখৰত বিধৱাৰ ল'ৰাজন থিয় হৈ থকা দেখিলে। ওচৰতে কান্দি কান্দি মাক থিয় হৈ আছে।

বিক্ৰমাদিত্যই তেওঁলোকক নিজৰ ঘৰলৈ যাবলৈ দি তেওঁ নিজে শিলডোখৰত থিয় হৈ থাকিল। বেলি ওলালেই ৰাক্ষস আহিব।

যথাসময়ত ৰাক্ষস আহি ৰজাক খাবলৈ আৰম্ভ কৰিলে। কিন্তু লগে লগে ৰাক্ষসৰ গাত তপত তেলে পোৰা যেন পালে। ৰাক্ষস বৰ আচৰিত হ'ল—ইমানদিনে সি মানুহ খাইছে, কাৰো তেজ তপত তেলৰদৰে উতলা পোৰা নাছিল। সি তেতিয়া ৰজালৈ চাই

লগে লগে পুতলাই নিজৰ গন্ধৰ্ব ৰূপ ধৰি ডেউকাত ভৰ দি আকাশলৈ উৰা মাৰিলে।

## সপ্তদশ পুতলাৰ সাধু

সোতৰ দিনৰ দিনা ভোজ ৰজা যথাসময়ত ৰাজসভাত উপস্থিত হ'ল। পাত্ৰ-মন্ত্ৰী সভাসদসকল নিজ নিজ স্থানত আগৰেপৰা উপস্থিত আছিল। তেওঁলোকে ৰজাক সেৱা জনাই বহিল। এনেতে সপ্তদশ পুতলাই আগৰ পুতলাবিলাকৰ দৰেই সিংহাসনৰপৰা ওলাই আহি মানুহৰ দৰে ক'বলৈ ধৰিলে, "মহাৰাজ ভোজ, ৰজা বিক্ৰমাদিত্যই তেওঁৰ পৰমাসুন্দৰী ৰাণী ভানুমতীক কেনেকৈ লাভ কৰিছিল শুনিবলৈ ইচ্ছা নকৰানে? শুনা তেন্তে।"

ভানুমতী আছিল ভোজপুৰ ৰাজ্যৰ ৰাজকুঁৱৰী। সেই সময়ত মায়া বিদ্যা অৰ্থাৎ ভেল্কী বাজীত তেওঁক হৰুৱাব পৰা কোনো নাছিল। ৰাজকুঁৱৰীয়ে প্ৰতিজ্ঞা কৰিলে যেয়ে তেওঁক হৰুৱাব পাৰিব, তেওঁকে স্বামী বৰণ কৰিব।

এইখিনিলৈকে কৈ পুতলাই ইচ্ছা কৰিয়ে অলপ সময় ৰ'ল। ৰজা, পাত্ৰ-মন্ত্ৰী সকলোৱে ভানুমতীৰ নাম শুনিছে। আগতে এটা পুতলাই ভানুমতীৰ তিলটোৰ কথাও কৈছিল। গতিকে সকলোৱে সেই ভানুমতীকনো ৰজাই কেনেকৈ লাভ কৰিলে জানিবলৈ বৰ উৎসুক হ'ল।

ভোজ ৰজাৰো আগ্ৰহ বৰ কম হোৱা নাছিল। গতিকে তেওঁ পুতলাক ক'লে, "বাৰু কোৱাচোঁন, বিক্ৰমাদিত্যই কেনেকৈ মায়া-বিদ্যাত ভানুমতীক পৰাজয় কৰি তেওঁক বিয়া কৰালে?"

পুতলাই তেতিয়া কৈ গ'ল, ভানুমতীক বিয়া কৰাবলৈ বহুত ৰাজকোঁৱৰ গ'ল, যাদুকৰ গ'ল, কিন্তু কোনেও তেওঁৰ যাদু-কৌশল ভেদ কৰিব নোৱাৰিলে।



ৰজা বিক্ৰমাদিত্যই তেওঁৰ সহায়কাৰী তাল-বেতালক সোঁৱৰণ কৰিলে। দুয়ো আহি উপস্থিত হ'লত ৰজাই ক'লে, "শুনা, তাল আৰু বেতাল, তোমালোকৰ সহায়ত মই বহুত অসম্ভৱ কাম সম্ভৱ কৰিছো। এতিয়া যদি ভানুমতীক লাভ কৰাই দিয়াব পাৰা তেতিয়া হ'লেহে তোমালোকৰ নাম যুগমীয়া হ'ব।" তাল-বেতালে ক'লে, "ভয় নাই মহাৰাজ, আপুনি আমাৰ লগত ওলাওক। মাথোন আমি যেনেকৈ বুদ্ধি শিকাই দিম আপুনি তেনেকৈ কৰি যাব।"

ৰজাই তেতিয়া তাল-বেতালৰ সহায়ত ভোজপুৰলৈ যাত্ৰা কৰিলে। সকলোৰে চকুৰ আঁৰ হৈ তাল-বেতাল ৰজাৰ লগে লগে গৈছিল। ভোজপুৰৰ ৰজাই বিক্ৰমাদিত্যক আদৰ-সাদৰ কৰি থাকিবলৈ দিলে আৰু নানাবিধ সুমিষ্ট খাদ্য ভোজন কৰিবলৈ দিলে। বিক্ৰমাদিত্যই ৰজাক নিজৰ উদ্দেশ্যৰ কথা জনোৱাত ভানুমতীৰ দেউতাক ৰজাই বৰ সন্তোষ পালে, কিন্তু দুখেৰে জনালে তেওঁৰ লগতে কন্যাৰ প্ৰতিজ্ঞাৰ কথা।

ৰজাই ক'লে যে তেওঁ ভানুমতীৰ প্ৰতিজ্ঞাৰ কথা জানে আৰু ভানুমতীক তেওঁ যাদুবিদ্যাত হৰুৱাব পাৰিব বুলিয়ে ভাবিছে।

পিচদিনা ৰজা বিক্ৰমাদিত্যই ভোজৰজাৰ ৰাজসভালৈ যাত্ৰা কৰোতে বাটত দেখিলে এখন ভয়াবহ নদী। সেই নদীৰ বুকুত অসংখ্য ঘঁৰিয়াল। এনেতে দেখিলে এজনী বৰ ধুনীয়া ছোৱালীয়ে নাও এখন লৈ তেওঁক পাৰ কৰি দিবলৈ আহিছে।

ছোৱালীজনীয়ে ক'লে, "মহাৰাজ, মোক ৰাজকুঁৱৰীয়ে পঠিয়াই দিছে আপোনাক পাৰ কৰি দিবলৈ। আপুনি মোৰ নাৱত উঠক।"

ৰজাই সঁচা বুলি ভাবি নাওখনত উঠিবলৈ আগবাঢ়িল। এনেতে তাল-বেতালে এযোৰ খৰম দি ৰজাক ক'লে, "মহাৰাজ এই খৰমযোৰ পিন্ধক। নাৱত নুঠিব।"

ৰজাই খৰম পিন্ধি পানীত ভৰি দিওতেই নাও-নাৰৰীয়া, নৈ,

সকলো নাইকিয়া হ'ল। মাত্ৰ তেওঁৰ সন্মুখত সেন্দুৰীয়া ৰাজ আলিটোহে আছে।

তাৰ পিচত অলপ দূৰ যাওঁতেই দেখিলে সুন্দৰ ৰাজকাৰেং আৰু নানা বৰণীয়া ফুলৰ বাগিচা এখন। বাগিচাখনত নানা-বৰণীয়া চৰায়ে আনন্দত কিৰীলি পাৰিছে। সেইখন যেন এখন দিব্য উপবনহে, এখন যেন স্বৰ্গীয় ফুলনিহে। তাত—ফল-ফুল ধৰি জকমক্ কৰি আছে যত বৃক্ষমান। ৰজাই এপাহ ফুল চিঙিবলৈ ইচ্ছা কৰি হাত মেলোতেই কোনোবাই নেদেখা হাতেৰে তেওঁৰ হাতত খামোচ মাৰি ধৰি ক'লে, "মহাৰাজ ফুল নিচিঙিব থুৰাই দিয়ক।"

ৰজাই তাল-বেতাল বুলি জানি তেওঁলোকৰ কথামতে কাম কৰিলে। তৎক্ষণাত ফুল, চৰাই, ৰাজকাৰেং নাইকিয়া হ'ল।

ৰজা তেতিয়া আগবাঢ়ি সঁচাসঁচি ৰাজসভা পালেগৈ।

ৰাজসভাত সভাসদ, মন্ত্ৰী, ৰজা সকলো বহি আছে। সুন্দৰ এখন সিংহাসনত বিক্ৰমাদিত্যক বহিবলৈ দিলে।

ইয়াৰ পিচত এজনী এজনীকৈ যোলজনী ভানুমতী হাতত মালা লৈ আহি ৰজাৰ সন্মুখত থিয় হ'ল। কোনজনী আচল ভানুমতী ৰজাই বাছি ল'ব লাগিব।

ৰজা এইবাৰহে বিমোৰত পৰিল। কোনজনী আচল ভানুমতী চিনিবৰ সাধ্য নাই। ইজনী সিজনীৰ হুবহু নকল, সমানে সুন্দৰী।

কিন্তু অদৃশ্য হৈ তাল-বেতাল ৰজাৰ ওচৰতে আছিল। সিহঁতে ৰজাৰ কাণত ফুচফুচাই ক'লে, "মহাৰাজ আমি দুজনে দুটা ভোমোৰা হৈ আচল ভানুমতীৰ চুলিৰ ওপৰত উৰি গুণগুণাই থাকিম। আপুনি তেওঁকেই আচল ভানুমতী বুলি জানিব।"

ৰজাই তেতিয়া এজনী এজনীকৈ প্ৰত্যেকজনী ভানুমতীৰ ওচৰেদি এখোজ-দুখোজকৈ পাৰ হৈ গ'ল। একেবাৰে শেষৰজনীৰ ওচৰ পাওঁতেই দেখিলে দুটা ভোমোৰা ক'ৰবাৰপৰা আহি তেওঁৰ চুলিৰ



ওপৰত উৰিব লাগিছে। ৰজাই তেতিয়া সেই ভানুমতীৰ কপালত আঙুলি এটা দি সকলোকে দেখুৱালে, 'এওঁহে আচল ভানুমতী।'

লগে লগে নকল ভানুমতীবিলাক অদৃশ্য হৈ গ'ল। আচল ভানুমতীয়ে ৰজাৰ ডিঙিত মালা পিন্ধাই দিলে। ৰাজকাৰেঙৰ ভিতৰৰপৰা উৰুলি জোকাৰ হ'ল। বৰ ধুম-ধামেৰে বিয়াৰ আয়োজন হ'ল। এইদৰেই ৰজাই ভানুমতীক লাভ কৰিলে।

পুতলাৰ কাহিনী শেষ হওঁতে ভোজৰজাই কৈ উঠিল, "তাল-বেতাল নোহোৱা হ'লে তেওঁ ভানুমতীক লাভ কৰিব নোৱাৰিলেহেতেন।"

'কিন্তু মহাৰাজ ভোজ, তোমাৰ জানো তাল-বেতালৰ নিচিনা বীৰ দৈত্য চাকৰ হৈ আছে। মহাৰাজ বিক্ৰমাদিত্যই তেওঁলোকক বশ কৰি ৰাখিব পাৰিছিল যে!"—পুতলাই ক'লে।

সকলোৰে ভাবিলে পুতলাৰ কথা সঁচা। ৰজা তেতিয়া বেজাৰ মনেৰে অন্তেষপুৰলৈ যাবলৈ ওলাল।

পুতলায়ো সুন্দৰী গন্ধৰ্ব কন্যাৰ ৰূপ ধৰি স্বৰ্গলৈ উৰা মাৰিলে।

## অষ্টাদশ পুতলাৰ সাধু

ওঠৰ দিনৰ দিনা ভোজ ৰজাই আগৰ দৰে ৰাজ-সাজ পিন্ধি যথাসময়ত ৰাজসভালৈ আহিল। সভাসদসকল আগতেই নিজ নিজ ঠাইত বহি আছিল। ৰজাই সোমাই অহাৰ লগে লগে অষ্টাদশ পুতলাই সিংহাসনৰপৰা এৰাই এখোজ আগলৈ আহি ৰজাক সম্বোধন কৰি আৰম্ভ কৰিলে:

"মহাৰাজ ভোজ, বিক্ৰমাদিত্যৰ আৰু এটা কাহিনী শুনক।"

এবাৰ ৰজা বিক্ৰমাদিত্য তীৰ্থ কৰিবলৈ গৈছিল। ভাৰতৰ নানা তীৰ্থ পৰ্যটন কৰি তেওঁ হিমালয় পৰ্বত পালেগৈ। পৰ্বতৰ এঠাইত দেখিলে এটা শিৱ মন্দিৰ। শিৱ মন্দিৰৰ ভিতৰ সোমাই তেওঁ

বেলপাত দি শিৱক পূজা কৰিলে। এনেতে তেওঁ দেখিলে শিৱলিঙ্গৰ ওচৰতে দুটা নৰ-দেহ থিয় হৈ আছে।

তেওঁ ওচৰ চাপি গৈ দেখে যে দেহ দুটা মৃত-দেহ, প্ৰাণ নাই। এটা পুৰুষৰ আনটো ৰমণীৰ। দুয়োটাই উঠি অহা ডেকা-গাভৰু। তেওঁলোকৰ দেহত অপূৰ্ব যৌৱন লাৱণ্য। মৃত্যুৰ চেঁচা হাতেও তেওঁলোকৰ সৌন্দৰ্য মোলান কৰিব পৰা নাই।

তেওঁলোকক দেখিয়ে ৰজাৰ অন্তৰ দুখত গলি গ'ল। নিশ্চয় কাৰোবাৰ শাপত তেওঁলোক এনেদৰে থিয় হৈ আছে। তেওঁ তেতিয়া শিৱৰ আগত ধ্যানত বহিল এই মৃতদেহ দুটাক জীয়াই দিবৰ কাৰণে।

ধ্যানত থাকোতেই তেওঁ আকাশীবাণী শুনিলে, "যদি কোনোবাই নিজৰ মূৰটো কাটি শিৱলিঙ্গৰ আগত দিব পাৰে তেনেহ'লে এই মৃতদেহ দুটাই প্ৰাণ পাই উঠিব।"

ৰজাৰ ধ্যান ভঙ্গ হ'ল। তেওঁ তেতিয়াই তৰোৱাল উলিয়াই লৈ নিজৰ ডিঙিত ৰেপ দিবলৈ সাজু হ'ল।

লগে লগে মহাদেৱ আবিৰ্ভূত হ'ল আৰু থাপ মাৰি তৰোৱালখন কাঢ়ি নিলে।

সিফালে মৃতদেহ দুটায়ো প্ৰাণ পাই আগবাঢ়ি আহি ৰজাক সেৱা জনাই ক'লে, "মহাৰাজ আমি দুয়ো আছিলো কিন্নৰ-কিন্নৰী। ঋষিৰ শাপত এনেদৰে মৃতদেহলৈ থাকিব লগা হৈছে। আজি আপোনাৰ অনুগ্ৰহত আমাৰ শাপমুক্তি হ'ল।"

তাৰ পিচত দুয়ো স্বৰ্গ লৈ গুচি গ'ল।

কাহিনী শেষ কৰি পুতলাই ক'লে, "ৰজা ভোজ, তুমিও যদি লোকৰ কাৰণে নিজৰ মূৰ কাটিবলৈ সাজু থাকিব পাৰা, তেহে এই সিংহাসনত বহিব পাৰিবা।"

এইবুলি পুতলাই গন্ধৰ্বকন্যাৰ ৰূপ ধৰি উৰি গ'ল।

## ঊনবিংশ পুতলাৰ সাধু

পিচদিনাও থিক আগৰদৰেই ঊনবিংশ পুতলাই হাত দাঙি ৰজাক সিংহাসনত উঠিবলৈ বাৰণ কৰি ক'লে :—

"ৰজা ভোজ, মহাৰাজ বিক্ৰমাদিত্যৰ আৰু এটা একেধৰণৰ ত্যাগৰ কাহিনী শুনি লোৱা। তাৰ পিচতো তুমি যদি সিংহাসনত বহিবৰ অধিকাৰী বুলি নিজকে ভাবা তেতিয়াহলেহে সিংহাসনত বহিবা।"

ভোজ ৰজাই খোজ দঙাতে ৰৈ গ'ল। পুতলাই তেতিয়া ক'বলৈ আৰম্ভ কৰিলে :

এদিন কাশ্মীৰ দেশৰপৰা এজন সদাগৰ উজ্জয়িনীলৈ আহি মহাৰাজ বিক্ৰমাদিত্যক জনালেহি, "মহাৰাজ, কাশ্মীৰ দেশত বৰ আচৰিত ঘটনা ঘটিছে। তাৰ প্ৰজাবিলাকে পানীৰ কাৰণে বৰ কষ্টত ভুগিছে। আৰু কেইদিনমান এনেদৰে থাকিলে, সেই ৰাজ্যৰ সকলো জীৱ-জন্তু, মানুহ-দুনুহ মৰি খান্তাং হ'ব।"

ৰজা আৰু পাত্ৰমন্ত্ৰীসকলে আচৰিত হৈ সুধিলে, "কিয় সেই ৰাজ্যৰ খাল, পুখুৰী, নৈ, বিলবিলাকৰ পানী ক'লৈ গ'ল ?"

"মহাৰাজ, বৰ আচৰিত ধৰণে এখনৰ পিচত এখনকৈ সকলোবিলাক শুকাই গ'ল"—সাউদজনে ক'লে।

"নতুনকৈ ডাঙৰ পুখুৰী খন্দোৱা নাই কিয় ?"—বিক্ৰমাদিত্যই সুধিলে। সাউদে ক'লে, "মহাৰাজ সেই কথাইহে মই ক'বলৈ আহিছো। ৰজা-প্ৰজা সকলোৱে মিলি সাগৰ যেন বহল পুখুৰী এটা খন্দালে। পুখুৰীটো ইমান দ যে সৰু-সুৰা পৰ্বত এটা তাৰ ভিতৰত লুকাই থাকিব পাৰে। কিন্তু মিছা, পানী নোলায়।"

"নিশ্চয় দেৱতাৰ কিবা জগৰ লাগিছে, নাইবা ৰাজ্যত কিবা অন্যায় অবিচাৰ হৈছে"—ৰাজমন্ত্ৰীয়ে ক'লে।

সাউদে মন্ত্ৰীৰ কথাৰ উত্তৰত ৰজাৰফালেই চাই ক'লে, "মহাৰাজ আচলতে আকাশীবাণী হৈছে যে সৰ্বগুণসম্পন্ন কোনো মহৎলোকে যদি নিজৰ মূৰ কাটি পুখুৰীত পেলাই দিয়ে, তেতিয়া হ'লেই পুখুৰীটো পানীৰে চপ্‌চপীয়া হ'ব আৰু ৰাজ্যৰ সকলোতে পানীৰ কষ্ট গুচিব। তেনে সৰ্বগুণীয় লোক বিচাৰি ৰজাই চাৰিওফালে দূত পঠিয়াইছে। মানুহৰ সমান ওখ সোণৰ মূৰ্তি এটা সজাই পুখুৰীৰ পাৰত ৰাখি থৈছে। যেয়ে আত্মদান কৰিব, তেওঁৰ পৰিয়ালে সেই সোণৰ মূৰ্তিটো লাভ কৰিব। কিন্তু কোনো তেনে পুৰুষ ওলোৱা নাই। ময়ো ৰজাই পঠিওৱা এজন দূত। মই এয়া আপোনাৰ ৰাজ্য পাইছোহি।"

বিক্ৰমাদিত্যই কিবা এটা ভাবি সেইদিনাৰ কাৰণে ৰাজসভা ভঙ্গ কৰিলে। তাৰ পিচত সাউদজনক লৈ ৰাতিৰ আন্ধাৰত তাল-বেতালৰ সহায়ত কাশ্মীৰ ৰাজ্যলৈ যাত্ৰা কৰিলে।

পিচদিনা পুৱাতে তেওঁলোক আকাশপথেদি গৈ কাশ্মীৰ ৰাজ্য পালেগৈ।

তেওঁ দেখিলে মানুহ, জীৱ-জন্তু সকলোবিলাক শুকাই-খীণাই ভূতৰ নিচিনা ৰূপ লৈছে। কাৰো মুখত হাঁহি-মাত নাই। চকু গাঁতত সোমোৱা, থিয় হৈ দুখোজমান গৈয়ে লুটি খাই পৰে।

ৰজাৰ চকুৰ পানী ওলাল। সময় খৰচ নকৰি তেওঁ স্নান কৰি, ভগৱানৰ ওচৰত স্তুতি নিবেদন কৰি তৰোৱাল হাতত লৈ পুখুৰীৰ পাৰলৈ গ'ল।

কোনোবা দেশৰ এজন মহান পুৰুষ আহিছে কাশ্মীৰৰ ৰাইজৰ দুখ নিবাৰণ কৰিবলৈ—এই বাতৰিটো মুহূৰ্ততে চাৰিওফালে বিয়পি পৰিল। ল'ৰা-বুঢ়া, ৰজা-ৰাণী, আনকি পশু-পক্ষীও কলধোপ্ কলধোপ্ কৈ চুচৰি-বাগৰি আহি পুখুৰীৰ চাৰিও পাৰত জুম বান্ধিলেহি।

মহাৰাজ বিক্ৰমাদিত্যই চিঞৰি চিঞৰি ৰজা আৰু ৰাইজে শুনাকৈ ক'বলৈ ধৰিলে—



"কাশ্মীৰৰ ৰজা আৰু ৰাইজ! মই সৰ্বগুণীয়ক বুলি নিজকে জাহিৰ কৰিবলৈ অহা নাই। তথাপি ৰাইজৰ মঙ্গলৰ কাৰণে মোৰ মূৰটো পুখুৰীত উচৰ্গা কৰিম। যদি পানী ওলাই, তেন্তে মোৰ ত্যাগ সফল হ'ব। তেতিয়া হ'লে ৰজাই যেন এই মূৰ্তিটোৰ সোণখিনি দুখী-দৰিদ্ৰক, মগনীয়া-খোজনীয়াক বিলাই দিয়ে। যদি পানী নোলায়, তেনেহ'লে বুজিব লাগিব মই মৰা উচিতেই হৈছে। কাৰণ গুণহীন জীৱন এটা লৈ জীয়াই থকা উচিত নহয়।"

তাত গোটখোৱা সকলো ৰাইজে মানুহজনক আশীৰ্বাদ দি হৰিধ্বনি কৰিলে। তেওঁলোকৰ মুখৰ মাত নোলোৱাত চৰাইৰ দৰে চি-চিয়নি কিছুমানহে শুনিবলৈ পোৱা গ'ল।

ৰজাই তেতিয়া পুখুৰীলৈ নামি গৈ আঠুকাঢ়ি নিজৰ ডিঙিত বেপ দিবলৈ তৰোৱাল সাজু কৰিলে।

তেনেতে স্বয়ং নাৰায়ণ শঙ্খ-চক্ৰ-গদা-পদ্ম লৈ পাতালৰপৰা ওলাই আহি তেওঁৰ তৰোৱালখন কাঢ়ি লৈ ক'লে, "বাছা, এই জম্বুদ্বীপত আত্মত্যাগী পুৰুষ আছে নে নাই সেই পৰীক্ষা কৰিবৰ কাৰণেই মই কাশ্মীৰত পানীৰ অভাৱ ঘটাইছিলো। তুমি ভৱিষ্যতলৈ এটা ডাঙৰ চানেকি দাঙি ধৰিলা। মানুহে এতিয়াৰপৰা বুজিব যে মানুহৰ দুখ-কষ্ট দূৰ কৰিবৰ কাৰণে মানুহেই আটাইতকৈ ডাঙৰ ত্যাগ কৰিব লাগিব। এতিয়াই এই ৰাজ্যৰ পানীৰ অভাৱ দূৰ হ'ব। তুমি পাৰলৈ উঠি নিজ ৰাজ্যলৈ যোৱাগৈ।"

লগে লগে কল কল শব্দ কৰি পাতাল ফুটি পানী ওলাবলৈ ধৰিলে। হিৰ হিৰ গিৰ গিৰ শবদেৰে আকাশ ভাগি কলহৰ কাণে ৰৰষিবলৈ ধৰিলে। খাল-বিল-নৈ সকলো পানীৰে ভৰি পৰিল।

ৰাইজ-ৰজা, জীৱ-জন্তু সকলোৱে বৰষুণত তিতি পানীত সাঁতুৰি কিৰীলিয়াবলৈ ধৰিলে। সকলোৱে আহি বিক্ৰমাদিত্যক সেৱা কৰিলেহি। ৰজাই তেওঁক আদৰ সাদৰকৈ নি সিংহাসনত বহুৱালে। মূৰ্তিৰ সোণ দুখী-ভিক্ষাৰীক দান দিলে।

কাহিনী শেষ কৰি পুতলাই ৰজা, সভাসদ সকলোৰে মুখলৈ চালে। সকলো নীৰৱ। বিক্ৰমাদিত্যৰ মহান ত্যাগৰ কাহিনীয়ে সকলোৰে অন্তৰ ভক্তি ভাৱেৰে পূৰ্ণ কৰি তুলিছিল।

ৰজা ভোজে সভাভঙ্গ কৰিলে। কাৰণ পুতলাই নিজ ৰূপ লৈ ডেউকা মেলি দিছিল।

## বিংশতি পুতলাৰ সাধু

কুৰি দিনৰ দিনাও সেই একেদৰে বিংশতি পুতলাই ক'বলৈ ধৰিলে বিক্ৰমাদিত্যৰ আন এটা নতুন কাহিনী ঃ

এবাৰ ৰজা বিক্ৰমাদিত্য অৰণ্যত মৃগয়া কৰিবলৈ গৈ তেওঁৰ সৈন্যবিলাকৰপৰা আঁতৰি গ'ল। সন্ধ্যা হোৱাত বাট বিচাৰি ফুৰোতে এটা পঁজাঘৰ দেখি তাতে আশ্ৰয় লবলৈ থিক কৰিলে।

পঁজাটোত দেৱদত্ত নামে এজন পণ্ডিত তপস্বীয়ে বাস কৰিছিল। ৰজা পিয়াহত অস্থিৰ হৈছিল আৰু দিনটোৰ ভাগৰত লালকাল হৈ পৰিছিল। তপস্বীয়ে তেতিয়া নিজৰ ভাগৰ ফলমূল খুৱাই ৰজাৰ ভোক গুচালে। সুশীতল পানী খাই ৰজাই পিয়াহ পলুৱালে। তাৰ পিচত ৰাতিটো সেই পঁজাতে পৰি থাকিল।

পিচদিনা ৰজাই নিজৰ পৰিচয় দি দেৱদত্তক নিজৰ ৰাজধানীলৈ নিবলৈ চেষ্টা কৰিলে।

দেৱদত্তই ক'লে, "মহাৰাজ, সংসাৰ-ধৰ্ম পালন কৰাৰ পিচত একান্তমনে ঈশ্বৰ আৰাধনা কৰিবলৈ অৰণ্যলৈ আহিছো। এতিয়া আকৌ নগৰীয়া জীৱনলৈ কোনো হাবিয়াস নাই।"

"আপুনি যদি ইচ্ছা কৰে শিপ্ৰা নৈৰ পাৰতে অকলশৰীয়াকৈ থাকিবলৈ ঘৰ এটা কৰি দিম। আপুনি মাত্ৰ মোৰ ৰাজসভালৈ



নিতৌ এবাৰ আহিব। আপোনাক অনা-নিয়াৰ সকলো ব্যৱস্থা কৰি দিম।"—ৰজাই ক'লে।

ৰজাৰ নেৰানেপেৰা আগ্ৰহ এৰাব নোৱাৰি দেৱদত্ত যাবলৈ মান্তি হ'ল। কিন্তু তেওঁ নিতৌ ৰাজসভালৈ অহা-যোৱা কৰিব নোৱাৰে বুলি ৰজাত জনালে। মাত্ৰ বিশেষ প্ৰয়োজন হ'লেহে ৰাজসভালৈ যাব।

ৰজা তাতে মান্তি হ'ল। তেওঁ সৈন্য-সামন্তৰ লগ ধৰি দেৱদত্তক হাতীত তুলি ৰাজধানীলৈ উভটিল।

দেৱদত্তই শিপ্ৰা নৈৰ পাৰত আনন্দমনে ঈশ্বৰ চিন্তা কৰি থাকিল। ৰজাৰ প্ৰথম ল'ৰা বিক্ৰমসেন সদায় দেৱদত্তৰ ওচৰলৈ আহিছিল। কোঁৱৰক দেৱদত্তই ইমান ভাল পালে যে তেওঁৰ ঈশ্বৰ-চিন্তা, শাস্ত্ৰ-পাঠ আদি কামো লাহে লাহে কমি আহিবলৈ ধৰিলে। মাত্ৰ বিক্ৰমসেনৰ লগত ৰং-ধেমালি কৰিয়ে সময় কটায়।

এদিন তেওঁৰ মনত ভাব খেলালে যে বিক্ৰমসেনৰ লগত পৰি তেওঁ আকৌ সংসাৰৰ মায়া-মোহলৈ আকৰ্ষিত হ'বলৈ ধৰিছে। তেওঁৰ আকৌ বনলৈ যাবলৈ মন গ'ল। কিন্তু তাৰ কাৰণে কিবা এটা দোষৰ কাম কৰি ৰজাক বিতুষ্ট কৰিব লাগিব। কি বুদ্ধি কৰিলে মিতিৰো বয় চাউলো সিজে তাকে তেওঁ ভাবিবলৈ ধৰিলে।

এদিন হঠাৎ ৰাজপুত্ৰ বিক্ৰমসেন হেৰাল। ৰাজ্যত তোলপাৰ লাগিল। চাৰিওফালে দূত-প্ৰহৰী শান্তিৰক্ষীসকলে বিক্ৰমসেনক বিচাৰিবলৈ ধৰিলে। তিনি দিনৰ মূৰত এজন সোণাৰিয়ে ৰজাক নি এপদ অলংকাৰ দেখুৱাই ক'লে যে মুখাপিন্ধা এজন মানুহে ৰাতি এই অলংকাৰপদ তেওঁৰ ওচৰলৈ বেচিবলৈ আনিছিল। অলংকাৰ দেখিয়েই ৰজাই চিনি পালে তেওঁৰ পুতেকৰ অলংকাৰ। সোণাৰিয়ে জনালে যে সেই মানুহটোৱে আকৌ এনে অলংকাৰ বেচিবলৈ আহিব।

ৰজাই তেতিয়াই প্ৰধান চোৰাংচোৰাক গুপুতে খবৰ দিলে।

চোৰাংচোৰাই খাপ দি থাকি সেই ডকাইতটোক ধৰি পেলালে। তাক বান্ধি লৈ ৰজাৰ ওচৰলৈ নি ৰজাৰ সমুখত তাৰ মুখাখন আঁজুৰি এৰুৱাই পেলালে।

চোৰাংচোৰা, ৰজা সকলো চৰগপৰা মানুহৰ দৰে থিয় হৈ ৰ'ল! মুখাৰ আঁৰত সেইখন মুখ আন কাৰো নহয়, মহাপণ্ডিত দেৱদত্তৰ!

বিক্ৰমাদিত্যই তৎক্ষণাত গাৰ বান্ধোন খুলি দেৱদত্তক আদৰ-সাদৰ কৰি বহুৱাই সুধিলে,

"হে দেৱতা, আপুনি মোক কিয় ছলনা কৰিছে?"

দেৱদত্তই উত্তৰ দিলে, "মহাৰাজ, লোভৰ সমান শত্ৰু নাই। কোঁৱৰৰ গাৰ অলঙ্কাৰ দেখি মোৰ লোভ বাঢ়িল, গতিকে মই তাক হত্যা কৰিলো।"

গোটেই ৰাজকাৰেংটোৱেও যেন একেলগে আৰ্তনাদ কৰি উঠিল।

অন্তেষপুৰৰ আন ৰাণীসকলে, কোঁৱৰৰ মাতৃ ভানুমতীৰ লগতে হুৰাওৰাৱে কান্দিবলৈ ধৰিলে।

ৰজাৰ চুচকুৱে চুধাৰি লোতক বৈ আহিল। ক'লে, "হে পণ্ডিত দেৱদত্ত, আপুনি মোক জনোৱা হ'লেই পৃথিবীৰ শ্ৰেষ্ঠ ধন-ৰত্ন আপোনাক দিব পাৰিলোহেঁতেন।"

দেৱদত্তই ক'লে "মহাৰাজ, সেই কথানো কেনেকৈ জনাম? কাৰণ সংসাৰৰ মায়া-মোহ এৰি বনত বাস কৰিছিলো। এতিয়া আকৌ লোভ-মোহলৈ আসক্তি অহা বুলি ক'ম কেনেকৈ? গতিকে এতিয়া মোক দোষৰ উচিত-দণ্ড দিয়ক।"

ৰজাৰ হঠাৎ ভাবান্তৰ হ'ল। তেওঁ চকুপানী মচি হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি এবাৰ দেৱদত্তক সাৱট মাৰি ধৰিলে, "হে মহাত্মা, আপুনি মোক পৰীক্ষা কৰিলে। আপোনাৰ পৰীক্ষাত



মই উত্তীৰ্ণ হ'ব নোৱাৰিলো। মোক ক্ষমা কৰক। মই কিন্তু কেতিয়াও আপোনাক মোৰ ৰাজ্যৰপৰা যাবলৈ নিদিওঁ—গ'লে আপুনি মোক ডেইহে যাব লাগিব।"

ইপিনে দেৱদত্তৰ কৌশলমতে ঠিক সেই সময়তে ৰাজকোঁৱৰ বিক্ৰমসেন লৰি লৰি মাকৰ কোলাত উঠিলগৈ। ৰাজপুৰীলৈ আকৌ আনন্দৰ জোৱাৰ উঠিল।

বিক্ৰমসেনে জনালে যে দেৱদত্তৰ ওচৰত সেই তিনিদিন তেওঁ বৰ সুখতহে আছিল।

দেৱদত্তই তেতিয়া ৰজাক ক'লে, "মহাৰাজ, মই ভাবিছিলো আপুনি তাহানি অৰণ্যত মোৰপৰা পোৱা উপকাৰৰ কথা কিজানি পাহৰি গ'ল। কাৰণ মানুহ জাতিৰ এইটো স্বভাৱেই যে সোনকালে উপকাৰীৰ উপকাৰ পাহৰে। কথাতে কয়, 'উপকাৰীক অজগৰে খায়।' আপুনি কিন্তু সকলো মানুহৰ ওপৰত। মই জীৱিত কালত কেতিয়াও আপোনাৰ ৰাজ্য এৰি নাযাওঁ—আপুনি মোক ইমানকৈ বিচাৰিছে যেতিয়া।"

বিংশতি পুতলাৰ সাধু শেষ হ'ল। পুতলাই তেতিয়া লাহে লাহে অপৰূপ লাৱণ্যময়ী গন্ধৰ্ব কন্যাৰ ৰূপ ধৰি ক'লে, "মহাৰাজ ভোজ, তুমি যদি বিক্ৰমাদিত্যৰ দৰে উপকাৰীৰ উপকাৰ পাহৰি নোযোৱা লোক হোৱা, তেওঁৰ দৰে সুবিবেচনা যুক্ত ৰজা হোৱা তেহে এই সিংহাসনত বহিবলৈ আহিবা। তুমি যদি গাৰ জোৰেৰে বহিবলৈ আহা, তেন্তে তোমাৰ সৰ্বনাশ হ'ব।"

পুতলাই লাহে লাহে ডেউকা মেলি উৰা মাৰিলে।

## একবিংশতি পুতলাৰ কথা

একৈশ দিনৰ দিনাও সেইদৰে ভোজ ৰজা সিংহাসনত বহিবলৈ যাওঁতে একবিংশতি পুতলাই চিঞৰি উঠিল, "মহাৰাজ কি কৰা, কি কৰা? আগতে বিক্ৰমাদিত্যৰ গুণৰ কথা শুনি লোৱা। তেওঁৰ সমান গুণী বুলি নিজকে ভাবা যদিহে এই সিংহাসনত বহিব পাৰিবা।"

ৰজা থমক খাই ব'ল। তাৰ পিচত নিজৰ সিংহাসনত বহি পুতলাক কাহিনী ক'বলৈ আদেশ দিলে।

পুতলাই তেতিয়া কৈ গ'লঃ

এদিন বিক্ৰমাদিত্য ৰাজসভাত বহি থাকোতে এজন বামুণে ৰজাক এটি সুন্দৰ ফল দি ক'লে, "মহাৰাজ, এই ফলৰ নাম 'বিষ্ণুফল'। এই ফলটোক যেয়ে যি বস্তু খুজিব তাকে পাব।"

ৰজা আৰু সভাসদ সকলোৱে সেই ধুনীয়া আৰু দুৰ্লভ ফলটো বেৰি-বেৰি চাবলৈ ধৰিলে। বামুণক ৰজাই বহুত ধন-সোণ ... দিলে।

... বামুণ আহি ৰজাৰ ওচৰত কান্দি ... পত্নীৰ বৰ অসুখ। কোনো চিকিৎসাই ...

... সেই ফলটো বামুণজনক দি ক'লে, "এই ফলটো ... ত্নীৰ মূৰৰ শিতানত থৈ দিলেই তেওঁৰ অসুখ ভাল ...

বামু... ন লৈ গুচি গ'ল।

সভাসদসকল ... ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলে।

ৰজাই তেওঁলোকৰ মনৰ ভাব বুজি ক'লে, "যদিও মই বহুত



এদিন বিক্ৰমাদিত্য ৰাজসভাত বহিথাকোতে এ... ...ৰজাক এটি সুন্দৰ ফল দি কলে...

ধন ভৰি ফলটো লৈছিলো, তথাপি জীৱনৰ মূল্য ধনতকৈ বহুত বেছি।"

আন এদিন ৰজা ফুৰিবলৈ যাওঁতে এজন সন্ন্যাসীয়ে বাটতে দেখা দি ক'লে, "মহাৰাজ, আপুনি যদি আৰু এটা বিষ্ণু-ফল বিচাৰে তেন্তে শান্তি আশ্ৰমলৈ যাওক।" এই বুলি সন্ন্যাসী থিতাতে নাইকিয়া হ'ল।

ৰজাই তেতিয়া শান্তি আশ্ৰমলৈ বুলি যাত্ৰা কৰিলে। বহুত দূৰ গৈ গৈ এখন ডাঙৰ সাগৰৰ পাৰ পালেগৈ। তাত নাৱৰীয়া এজনক সোধাত সি ক'লে যে সি ৰজাক শান্তি আশ্ৰমলৈ লৈ যাব পাৰিব। সেই আশ্ৰমখন সাগৰৰ মাজৰ এটা দ্বীপত আছে।

ৰজা নাৱত উঠিল। কিন্তু অলপ দূৰ যাওঁতেই সাগৰৰ ধুমুহাই নাওখন বুৰাই দিলে। ৰজা অজ্ঞান হৈ পানীত পৰি গ'ল।

চেতনা পাই ৰজাই দেখিলে, তেওঁ এখন ধুনীয়া ফুলনিত শুই আছে আৰু তেওঁৰ সন্মুখতে এটা মন্দিৰ। ৰজাই লাহে লাহে খোজ পেলাই মন্দিৰ সোমাব খোজোতেই পূজাৰীজনে ৰজাক খেদি আহিল।

ৰজাই হাতযোৰকৈ ক'লে যে তেওঁ মন্দিৰৰ দেৱতাক সেৱা জনাবলৈহে আহিছে।

পূজাৰীয়ে কিন্তু তেওঁৰ কথালৈ কাণকে নকৰিলে। তেওঁ খঙেৰে ৰজালৈ চাওঁতেই একুৰা জুয়ে ৰজাক বেঢ়ি ধৰিলে। ৰজা আকৌ অচেতন হৈ পৰি গ'ল।

চেতন পোৱাত দেখিলে যে তেওঁ এজন সন্ন্যাসীৰ কোলাত শুই আছে। সন্ন্যাসীয়ে তেওঁক নিৰ্ভয় দি ক'লে, "মোৰ নাম বিশ্বগিৰি। শান্তি আশ্ৰমৰ ময়ে গৰাকী। তোমাক কি লাগে কোৱা?"

ৰজাই তেতিয়া তেওঁৰ উদ্দেশ্যৰ কথা ক'লে।

সন্ন্যাসীয়ে ৰজাক বিষ্ণুফল এটা দি ক'লে, "এই ফল বাৰ বছৰতহে এটা লাগে। তথাপি তুমি খুজিলা যেতিয়া তোমাক এটা দিলো।"

ৰজাই তেতিয়া আনন্দমনেৰে ফলটো লৈ নিজ ৰাজ্যলৈ উভতিল। বাটত আকৌ সেই সাগৰখন। সাগৰৰ পাৰত এজনী তিৰোতাই তেওঁৰ মৃত গিৰিয়েকৰ দেহটো সাৱটি ধৰি ইনাই-বিনাই কান্দি থকা দেখি ৰজা ওচৰ চাপি গ'ল। ৰজাই তেওঁৰ হাতৰ ফলটো মানুহজনীক দি ক'লে, 'এই ফলটোৰ মহিমাত তোমাৰ স্বামী জী উঠিব। এই ফলটো তোমাকে দি দিলো।"

মানুহজনীয়ে ফলটো হাত-পাতি লোৱাৰ লগে লগে ৰজাই দেখি স্তম্ভিত হ'ল যে তেওঁৰ সন্মুখৰ মানুহজনী আন কোনো নহয় স্বয়ং লক্ষ্মীদেৱী আৰু মৃত স্বামীজন স্বয়ং নাৰায়ণ!

দুয়ো ৰজাৰ শলাগ লৈ ক'লে যে তেওঁৰ দৰে দানী, ত্যাগী সাহসী ৰজা এই পৃথিৱীত নুপজিব। "ধন্য ৰজা, ধন্য তোমাৰ জীৱন।"

ৰজাক তেতিয়া সোণৰ নাও এখনত উঠাই সাগৰ পাৰ কৰি নিজ ৰাজ্যলৈ পঠিয়াই দিলে।

কাহিনী শেষ কৰি ভোজ ৰজালৈ চাই পুতলাই ক'লে, "চোৱা ভোজ ৰজা, তুমি ৰজা বিক্ৰমৰ সমান গুণৱান হ'ব পাৰিছানে? যদি নাই পৰা, তুমি এই সিংহাসনত বহিবৰ উপযুক্ত নোহোৱা।"

চাওঁতে চাওঁতে পুতলাটি এজনী ধুনীয়া গন্ধৰ্ব কন্যা হৈ আকাশলৈ উৰা মাৰিলে।

## দ্বাবিংশতি পুতলাৰ সাধু

বাইছ দিনৰ দিনা ৰজা ভোজ সিংহাসনত বহিবলৈ গ'ল। এইবাৰ দ্বাবিংশতি পুতলাই হাত দাঙি ৰজাক বাধা দি ক'লে, "মহাৰাজ, তুমি জানা বিক্ৰমাদিত্যৰ দৰে আনৰ কাৰণে আত্মত্যাগ কৰিব পাৰিছা?"

"তেওঁনো কেনেকুৱা ত্যাগ কৰিছিল?" ৰজাই সুধিলে।

"তেন্তে শুনা"—পুতলাই ক'বলৈ আৰম্ভ কৰিলেঃ

এবাৰ দেৱৰাজ ইন্দ্ৰ আৰু ধৰ্মদেৱতা যমে বিক্ৰমাদিত্য কিমান ত্যাগী পৰীক্ষা কৰিবলৈ ভেশচন কৰি পৃথিৱীলৈ আহিল

সেইদিনা বিক্ৰমাদিত্যই সভা পাতি সিংহাসনত বহি আছে। এনে সময়তে নগৰৰখীয়া এজন আহি ৰজাক কঁপি কঁপি জনালে, "মহাৰাজ, সৰ্বনাশ হৈছে। এটা ভয়ঙ্কৰ বাঘ ক'ৰবাৰপৰা নগৰত সোমাইছে। কোনেও বাঘটো মাৰিবও পৰা নাই, বন্দী কৰিবও পৰা নাই। মযাপী বাঘ।"

ৰজাই তৎক্ষণাত ধনু-শৰ লৈ বাঘৰ সন্ধানত বাহিৰ ওলাল। নগৰৰ এমূৰত শুনিলে ভয়ঙ্কৰ গৰ্জন। এনেতে হঠাৎ ধুনীয়া গাই এজনী প্ৰাণৰ কাতৰেৰে ঢাপলি ধৰি মহাৰাজৰ কাষত লুটি খাই পৰিল। গৰুজনীয়ে হেঁফাই হেঁফাই ক'লে "মহাৰাজ, বাঘটোৱে মোক খাব খুজিছে। আপুনি মোক ৰক্ষা কৰক।"

ৰজাই গৰুজনীক নিৰ্ভয় দি কিবা এষাৰ ক'বলৈ ধৰিছিলহে মাথোন, এনেতে ভয়ঙ্কৰ বাঘ এটাই বিকট মুখ মেলি গৰুজনীৰ কাষ পালেহি। ৰজাই গৰুজনীক আঁৰ কৰি ধনু লৈ জাপ মাৰি বাঘৰ মুখামুখি হ'ল।

বাঘে তেতিয়া খঙেৰে ক'লে, "মহাৰাজ, আপোনাৰ এই কাৰ্য উচিত হোৱা নাই। মোৰ ভোকৰ আহাৰ কিয় কাঢ়ি নিছে?"

"শুনা বনৰাজ, এই গাইজনীক মই আশ্ৰয় দিছো। আশ্ৰিতক ৰক্ষা কৰা মানুহৰ ধৰ্ম, ৰজাৰো ধৰ্ম। গতিকে তুমি মোৰ ৰাজ্যৰ অৰণ্যৰপৰা আন জন্তু বধ কৰি তোমাৰ ভোক গুচোৱাগৈ।"

"মহাৰাজ শুনিছো বোলে আপুনি বৰ ন্যায়ত চলা ৰজা। মই এতিয়া হাতত পোৱা আহাৰ এৰি ক'ত বনে বনে পশু বিচাৰি ফুৰিম? মানুহে জানো কোলাৰটো এৰি বোকাৰটো বিচাৰে? আমাৰো একেই কথা।"

"তেনেহ'লে মই নিজে এটা পহু মাৰি তোমাক খাবলৈ দিওঁ, মোৰ লগত হাবিলৈ ওলোৱা।" ৰজাই ক'লে।

"মোৰ ভোকত প্ৰাণ যায় মহাৰাজ, মই আপুনি পহু মাৰি দিয়ালৈ বাট চাব নোৱাৰো। আজি তিনিদিন মোৰ লঘোন।"

বিক্ৰমাদিত্য দোধোৰ-মোধোৰত পৰিল। অলপ ভাবি তেওঁ বাঘক সুধিলে, "তুমিনো কি পালে এই গৰুজনী এৰি দিবা?"

"মহাৰাজ খাবলৈ পালেই এৰি দিম। মোক এতিয়াই, এই মুহূৰ্ততে ভোক গুচোৱাৰ উপায় দিয়ক।"

বিক্ৰমাদিত্যই নিজৰ বুকুৰ কাপোৰ সোলোকাই বাঘৰ সন্মুখত শুই পৰি ক'লে, "বেছ, সেয়ে হওক, মোৰ মঙহেৰে তোমাৰ পেটৰ কলমলনি দূৰ কৰা।"

বাঘ একেজাপে আহি তেওঁৰ বুকুত আগভৰি থৈ ক'লে, "মহাৰাজ, আপোনাৰ দেহৰক্ষী সেনা বা আপোনাৰ প্ৰজাই যাতে মোৰ একো অপকাৰ নকৰে সেই বিষয়ে মোক নিৰ্ভয় দিয়ক।"

"তোমাৰ কোনো ভয় নাই,—মোৰ ৰাজ্যত কোনেও তোমাৰ একো অপকাৰ কৰিব নোৱাৰে।"

নগৰৰ প্ৰজা চাৰিওফালে আহি বাঘ আৰু ৰজা থকা ঠাই পাইছিলহি। ৰজাই হাত দাঙি সকলোকে আঁতৰতে থাকিবলৈ নিৰ্দেশ দিলে।



এনেতে বাঘে মেঘৰ দৰে গৰ্জন কৰি উঠিল। প্ৰজাসকলে ভয়তে চকু মুদি দিলে। ৰজাৰ কিন্তু চকুৰ পতাও নকঁপিল।

সেই মুহূৰ্ততে এটা ঘটনা ঘটিল। সকলোৱে দেখি আচৰিত হ'ল, বাঘো নাই, গৰুও নাই, আছে মাত্ৰ দুজন দেৱতা।

গাইৰূপী দেৱতা ইন্দ্ৰ আৰু বাঘৰূপী দেৱতা ধৰ্মৰাজ।

দুয়ো মহাৰাজক মাটিৰপৰা উঠাই আকোঁৱালি লৈ কলে, "মহাৰাজ, আমি আপোনাৰ ত্যাগৰ পৰীক্ষা কৰিলো। আপোনাক কি বৰ লাগে কওক।"

ৰজাই তেওঁলোকক সেৱা কৰি ক'লে, "মোৰ প্ৰজাসকলৰ সুখ-শান্তিৰ বিধান কৰক, আন বৰ নালাগে।"

"তথাস্তু'—বুলি দুয়ো দেৱতা অন্তৰ্ধান হ'ল।

পুতলাই চাওঁতে চাওঁতে পূৰ্বৰ গন্ধৰ্ব ৰূপ ধাৰণ কৰি আকাশলৈ উৰা মাৰিলে। যাওঁতে মাত্ৰ ৰজাক কৈ গ'ল, "মহাৰাজ, ভাবি চোৱা, তুমি এই সিংহাসনৰ উপযুক্ত হোৱা নে নোহোৱা।"

## ত্ৰয়োবিংশ পুতলাৰ সাধু

তেইছ দিনৰ দিনা ত্ৰয়োবিংশ পুতলাই বিক্ৰমাদিত্যৰ আন এটা কাহিনী ক'বলৈ ধৰিলেঃ

এদিন মহাৰাজ বিক্ৰমাদিত্য চিকাৰলৈ যাওঁতে লগৰীয়া সেনা-সামন্তৰ বাট হেৰুৱাই গৈ এখন গাঁৱৰ ওচৰ পালেগৈ। গাঁৱৰ মূৰত এজনী বুঢ়ীয়ে খৰি লুৰি বোজা এটা বান্ধিছিল। বোজাটো গধুৰ হোৱাত তাই মূৰত তুলিব পৰা নাই। ৰজা ঘোঁৰাৰপৰা নামিল আৰু বুঢ়ীৰ মূৰত বোজাটো তুলি দিলে।

বুঢ়ীয়ে তেতিয়া ৰজাক আশীৰ্বাদ দি ক'লে, "বোপা, ঈশ্বৰে তোমাক কুশল কৰক। মোক এইখিনি উপকাৰ কৰাৰ কাৰণে

বুজিছো তুমি সাধাৰণ মানুহ নোহোৱা, তুমি কোনোবা ৰজা নাইবা ৰাজকোঁৱৰহে। তুমিহে কিজানি নিমাতী ৰাজকুঁৱৰীৰ মৌনব্ৰত ভাঙিব পাৰিবা।"

ৰজা আচৰিত হ'ল। সুধিলে, "নিমাতী ৰাজকুঁৱৰীনো কোন বুঢ়ী আই?"

"সৌ যে দূৰৰ পৰ্বতটো দেখিছা, তাৰ ভিতৰত এটা সুৰঙ্গ আছে। সেই সুৰঙ্গইদি সোমাই গ'লেই নিমাতী কুঁৱৰীৰ কাৰেং পাবা।"

ৰজাই বুঢ়ীৰ শলাগ লৈ ঘোঁৰা মেলালে দূৰণিৰ পৰ্বতটোৰ পিনে। এদিন এৰাতি গৈ পৰ্বতটোৰ কাষ পালেগৈ। জুৰি এটাৰ পাৰত গা-ধুই ফল-মূল আহাৰ কৰিলে, ঘোঁৰাকো পানী আৰু ঘাঁহ খুৱালে। তাৰ পিচত সুৰঙ্গটো বিচাৰি পৰ্বত বগাবলৈ ধৰিলে। অলপ দূৰ গৈয়ে এছটা প্ৰকাণ্ড শিল দেখিলে। ঘোঁৰাৰপৰা নামি শিলছটাত হাত দিওঁতেই দেখিলে শিলছটা আপোনা-আপুনি আঁতৰ হৈ গ'ল। সেইখিনিৰপৰাই সেই সুৰঙ্গটো আৰম্ভ হৈছে।

আকৌ ঘোঁৰাত উঠি তেওঁ সেই সুৰঙ্গইদি লাহে লাহে আগবাঢ়িল। সুৰঙ্গৰ ভিতৰখন আন্ধাৰ আছিল যদিও লাহে ক'ৰবাৰ পোহৰ তাত পৰিবলৈ ধৰিলে। অলপ দূৰ যোৱাৰ পিচত উজ্জ্বল পোহৰেৰে জক্‌মকাই থকা এটা ডাঙৰ বিতোপন কাৰেং পালেগৈ। কাৰেঙৰ দুৱাৰ-মুখত সশস্ত্ৰ প্ৰহৰীয়ে পহৰা দি আছিল। ৰজাক দেখি দুৱৰীয়ে দুৱাৰ মেলি দিলে। ঘোঁৰাটো ঘোঁৰা-শালত থবলৈ বুলি প্ৰহৰীয়ে ঘোঁৰা-শাল ৰখীয়াক আদেশ দিলে।

ৰজাই বুজিলে নিমাতী কুঁৱৰীৰ মাত উলিয়াবলৈ তেওঁৰ আগতে বহুতো ৰজা-ৰাজকোঁৱৰ তালৈ আহিছে।

তেওঁ কাৰেঙলৈ সোমাই যাওঁতেই দেখিলে দুফালে দুশাৰী ধুনীয়া ধুনীয়া ৰজাৰ কোঁৱৰ এঠেঙীয়া হৈ থিয় দি আছে। ৰজাক দেখিয়ে তেওঁলোকে হাঁহি দিলে। ক'লে, "বন্ধু তুমিও আহিছা?



পাৰা যদি ভালেই, নোৱাৰিলে আমাৰ দশাই দশা। এঠেঙীয়া হৈ গোটেই জীৱন থিয় হৈ থাকিব লাগিব।"

এই ৰাজকোঁৱৰহঁতৰ দুখত ৰজাৰ অন্তৰ গলি গ'ল। নিমাতী কুঁৱৰীৰ ওপৰত ৰজাৰ বৰ খং উঠিল। তেওঁৰ মৌনব্ৰত ভাঙিব নোৱাৰিলে নাই, সেই বুলি এনে শাস্তি দিব কিয়? তেওঁ প্ৰতিজ্ঞা কৰিলে যেনে তেনে নিমাতীৰ মাত উলিয়াবই, লগতে এই ৰাজ-কোঁৱৰসকলকো মুক্তি দিব।

তেওঁ দুখ মনেৰে সোমাই গৈ থাকিল। এজনী লিগিৰী আহি ৰজাক বাট দেখুৱাই লৈ গ'ল। ৰজা গৈ কুঁৱৰীৰ ৰমক-জমককৈ সজাই থোৱা কোঠাত সোমাল। সোণৰ পালেঙত কুঁৱৰী আঁউজি আছে ওচৰতে তেলৰ বন্তি এগছি জ্বলি আছে। লিগিৰীয়ে ৰজাক বহিবলৈ আসন দি আঁতৰি গ'ল।

ৰজাই তেতিয়া তাল-বেতালক স্মৰণ কৰিলে। দুয়ো অদৃশ্য-ভাৱে আহি ৰজাৰ ওচৰ পোৱাত তাল-বেতালক বন্তি-গছত ভৰ কৰি অদৃশ্য হৈ থাকিবলৈ ক'লে।

ৰজাই তেতিয়া বন্তি-গছিক সম্বোধন কৰি ক'লে, "হেৰা বন্তি, কুঁৱৰীয়ে যেতিয়া কাৰো লগত কথাই নাপাতে, মই তোমাকে এটা সাধু কওঁ, কি বোলা? শুনা বাৰু, এক ৰাজকোঁৱৰৰ তিনি-জন বেলেগ বেলেগ ধৰণৰ বন্ধু আছিল। এজন হ'ল কাঠমিস্ত্ৰী, এজন হ'ল তাঁতী, এজন হ'ল সোণাৰি। ৰাজকোঁৱৰে তিনিও-জনৰ লগত ৰবকৈ হলি-গলি কৰি থকাত ৰজাই চাৰিওজনকে ৰাজ্যৰপৰা উলিয়াই দিলে।

"ৰাজকোঁৱৰে এজন যোগীৰ ওচৰত যোগ সাধনা কৰি মৰাক জীয়াব পৰা বিদ্যা শিকিছিল। গতিকে তেওঁ সেই বিদ্যাৰ সহায়তে একঠা খাব পাৰিব বুলি ভাবিলে। বাকী তিনিজন বন্ধুৱেও নিজৰ যন্ত্ৰপাতি সা-সঁজুলি লগত ল'লে যাতে তাৰ সহায়তে পেটৰ ভাত মোকলাব পাৰে।

"চাৰিওজনে দেশ এৰি বিদেশলৈ যাত্ৰা কৰিলে। বাটত এঠাইত ডাঙৰ হাবি এখন পালে। এজোপা গছৰ খোবোং এটাত তেওঁলোকে পাল পাতি শোৱাৰ ব্যৱস্থা কৰিলে। সোনকালে শাকে-কচুৱে ৰান্ধি-বাঢ়ি খাই খোবোংটোৰ ভিতৰত প্ৰথমে তিনি-জন হেঁচা-ঠেলা কৰি শুই থাকিল। পহৰা দি সাৰে থাকিল কাঠমিস্ত্ৰীজন।

"সি এনেয়ে বহি থকাতকৈ গছৰ ডাল এটাকে কাটি-কুটি ধুনীয়া অপেচৰীৰ নিচিনা পুতলা এটা সাজি পেলালে। তাৰ পিচত সি শুবলৈ গ'ল আৰু সোণাৰি বন্ধুজনক জগাই দিলে।

"সোণাৰজিনে ধুনীয়া মূৰ্তিটো দেখি এনেয়ে থকাতকৈ জুই একুৰা ধৰি লগত নিয়া সোণ আৰু বাকী সঁজুলিৰে থুৰিয়া, জোনবিৰি, খাৰু গঢ়ি মূৰ্তিটোক পিন্ধাই দিলে।

"তাৰ শুবৰ পাল পৰাত তাঁতীজনক জগাই সি শুবলৈ গ'ল। তাঁতীজনে মূৰ্তিটো দেখি লৰালৰিকৈ গছৰ আঁহেৰে সূতা কৰি ধুনীয়া মেখেলা-চাদৰ এযোৰ বৈ মূৰ্তিটোক পিন্ধাই দিলে। এইখিনি কৰোঁতেই তাৰ শুবৰ পাল পৰাত ৰাজকোঁৱৰক জগাই দি সি শুবলৈ গ'ল।

"ৰাজকোঁৱৰে সাৰ পাই দেখে, আচৰিত ইমান ধুনীয়া প্ৰতিমা এওঁলোকে গঢ়ি তুলিছে. এই মূৰ্তিত প্ৰাণ প্ৰতিষ্ঠা কৰিবই লাগিব।

"তেওঁ তেতিয়াই ধ্যানত বহিল। পিচত মূৰ্তিটো হাতত লৈ মন্ত্ৰ জপ কৰিবলৈ ধৰিলে।

"চাওঁতে চাওঁতে মূৰ্তিটো জীৱন্ত হৈ উঠিল। তেওঁ সাৰ পোৱাৰ দৰে চমক খাই উঠিল। ৰাজকোঁৱৰৰ হাতৰপৰা এৰাই গৈ অলপ আঁতৰত থিয় দি আচৰিত হৈ চাৰিওফালে চালে।

"ৰাজকোঁৱৰে আনন্দত জপিয়াই উঠি বাকী তিনিজন বন্ধুক জগাই দিলে। তেতিয়া ৰাতি পুৱাই আহিছিল। অপেচৰীৰ দৰে ধুনীয়া কইনাজনী জীৱন্ত হৈ উঠা দেখি তেওঁলোকৰ প্ৰথমে



মুখৰ মাত হৰিল। পিচত সুস্থিৰ হৈ প্ৰত্যেকজনে চিঞৰি উঠিল যে সেই কইনাক তেওঁহে বিয়া কৰাব পায়।"

সাধু শেষ কৰি বিক্ৰমাদিত্যই চাকিৰফালে চাই সুধিলে, "বাৰু প্ৰদীপ বন্ধু কোৱাচোন, প্ৰকৃততে কোনজন সেই কইনাৰ স্বামী হোৱা উচিত।"

চাকিত ভৰ দিয়া তাল-বেতালে তৎক্ষণাত মাত লগালে, "নিশ্চয় ৰাজকোঁৱৰজন। কাৰণ তেওঁহে পুতলাৰ প্ৰাণ দিছিল।"

বিক্ৰমাদিত্যই "থিকেই কৈছা, থিকেই কৈছা," বুলি সমৰ্থন কৰাৰ লগে লগে নিমাতী কইনাই নিজৰ প্ৰতিজ্ঞাৰ কথা পাহৰি চিঞৰি উঠিল:

"কেতিয়াও হ'ব নোৱাৰে। কাৰণ যি প্ৰাণ দিলে তেওঁ পিতাকৰ তুল্য। যি অলঙ্কাৰ গঢ়ি দিলে তেওঁ দাসৰ তুল্য। যি মূৰ্তিটো গঢ়িলে সিয়ো পিতাৰ তুল্য। যি কাপোৰ দি লজ্জা নিবাৰণ কৰিলে তেওঁহে স্বামী হোৱাৰ যোগ্য।"

ৰজাই তেতিয়া বহাৰপৰা উঠি হাঁহি হাঁহি ক'লে, "ৰাজকুঁৱৰী মই তোমাৰ ব্ৰত ভঙ্গ কৰিলো। তোমাৰ প্ৰতিজ্ঞামতে ময়ে তোমাৰ স্বামী হোৱাৰ যোগ্য।"

ৰাজকুঁৱৰীয়ে কথাখিনি কৈয়ে জিভা কামুৰি পালেঙৰপৰা আঁতৰি এচুকত থিয় হৈছিল। সঁচাই ক'ব নোৱাৰাকৈয়ে তেওঁৰ মুখৰপৰা মাত ওলাল। তেওঁ ৰজাৰ ডিঙিত মালা পিন্ধাই ৰজাক স্বামী বৰণ কৰিলে।

ৰজাই তেতিয়া নিমাতী কইনাক কৈ কোঁৱৰবিলাকৰ দুইটা ভৰি দিয়াই মুকলি কৰি দিলে। নিমাতী কুঁৱৰীক ঘোঁৰাত তুলি লৈ নিজ ৰাজ্যলৈ উভতি আহিল।

পুতলাৰ কাহিনী শেষ হ'ল। তেওঁ গন্ধৰ্ব ৰূপ ধৰি ৰজা আৰু বাকী সকলোকে নমস্কাৰ কৰি স্বৰ্গলৈ উৰা মাৰিলে।

## চতুৰ্বিংশ পুতলাৰ সাধু

চৌবিছ দিনৰ দিনাও ভোজ ৰজাক শুনাই চতুৰ্বিংশ পুতলাই সাধু এটা আৰম্ভ কৰিলে ঃ

"শুনা মহাৰাজ ভোজ, বিক্ৰমাদিত্য ৰজাই এবাৰ পাতালৰ বলি ৰজাৰ ৰাজ্য পাইছিলগৈ, সেই কাহিনীটো শুনা।"

বিক্ৰমাদিত্য ৰজা পাতাললৈ যোৱা আৰু বলি ৰজাক লগ পোৱাৰ কাহিনী ৰজা, পাত্ৰ-মন্ত্ৰী কোনোৱে শুনা নাছিল। সকলোৱে মন-কাণ দি শুনিবলৈ সাজু হ'ল। পুতলাই আৰম্ভ কৰিলে ঃ

এবাৰ ৰাজ উদ্যানত এজন জ্যোতিৰ্ময়লোকৰ আৱিৰ্ভাৱ হৈছিল। উদ্যান ৰখীয়াজনে উধাতু খাই গৈ ৰজাক সেই কথা জনোৱাত ৰজাই ওলাই আহি দেখে যে সঁচাকৈয়ে দেৱতাৰ নিচিনা ওখ-পাখ থুলন্তৰ পুৰুষ এজন তেওঁৰ ফুলনিত আছে। ৰজা তেওঁৰ ওচৰ চাপি যাওঁতে সেই পুৰুষজন তৎক্ষণাত আকাশলৈ উৰি গ'ল। ৰজাই তাল-বেতালক সোঁৱৰণ কৰিলে। তেওঁলোক অহাত তেওঁলোকৰ সহায়ত সেই দিব্য পুৰুষজনৰ পিচে পিচে আকাশত উৰিবলৈ ধৰিলে।

সেই পুৰুষজন গৈ গৈ এটা ওখ পৰ্বতৰ টিঙত থিয় হ'ল। ৰজাও পৰ্বতৰ টিং পালেগৈ। তেতিয়া সেই পুৰুষজন এটা সুৰঙ্গই দি পৰ্বতটোৰ ভিতৰলৈ সোমাই গ'ল। ৰজাও সেই বাটেদি তললৈ নামি গ'ল।

পুৰুষজন অকাই পকাই তললৈ নামি গৈ থাকিল। কেনি ক'লৈ গৈ আছে ৰজাই নিজেই ক'ব নোৱাৰা হ'ল। এসময়ত গৈ গৈ এখন ডাঙৰ ৰাজ্য পালেগৈ। ৰাজ্যৰ হাটকুৰা, বাটকুৰা সৈন্য-সামন্ত সকলোৱে মুখে মুখে ঈশ্বৰৰ নাম লৈছে। ক'ৰবাত জুম বান্ধি লৈ নাম কীৰ্তন কৰিছে।



বিক্ৰমাদিত্যই বুজিলে এইখনেই বলি ৰজাৰ ৰাজ্য। এবাৰ তেওঁৰ আগে আগে যোৱা পুৰুষজন চকুৰ পচাৰতে নাইকিয়া হ'ল। তেওঁ অলপ আগবাঢ়ি গৈ দেখিলে ৰাজধানীলৈ সোমোৱা প্ৰধান তোৰণত এজন দুৱৰীয়ে পহৰা দি আছে। দুৱৰীজনৰ মুখত কিন্তু হৰি-নাম নাই।

তেওঁ দুৱৰীজনক গৈ সুধিলে, "ডাঙৰীয়া এইখন কাৰ ৰাজ্য? এই ৰাজ্যৰ ৰজাক চাবৰ সুবিধা কৰি দিব পাৰিবনে?"

দুৱৰীজনে মিচিকিয়া হাঁহি এটা মাৰি অদৃশ্য হৈ গ'ল। তেওঁ ৰখি থকা সিংহ-দুৱাৰখন আপোনা-আপুনি মেলখাই গ'ল। ৰজা সেইফালেদি আগবাঢ়িল।

তেওঁ সোমাই যোৱাৰ লগে লগে বহুতো জ্যোতিৰ্ময় পুৰুষ আৰু জ্যোতিৰ্ময়ী মহিলাই আদৰ-সাদৰ কৰি তেওঁক আগবঢ়াই নিলেহি।

ৰজা বৰ আচৰিত হ'ল। তেওঁ সকলোকে নমস্কাৰ জনাই সুধিলে, "এইখন কাৰ ৰাজ্য, তেওঁক বা ক'লৈ আগবঢ়াই নিব খুজিছে।"

তেওঁলোকে তেতিয়া উত্তৰ দিলে, "এইখনেই বিষ্ণুৰ মহাভক্ত বলি ৰজাৰ ৰাজ্য। সোৱা স্বয়ং বলি ৰজা আপোনাক আগবঢ়াই নিবলৈ আহিছে।"

সঁচাকৈয়ে সূৰ্যৰ দৰে উজ্জ্বল, বিৰাট, মহান লোক এজন তেওঁৰফালে আগবাঢ়ি অহা দেখি বিক্ৰমাদিত্যই মূৰ দোঁৱাই সেৱা জনালে।

বলি ৰজাই তেওঁক হাতত ধৰি নি নিজ সিংহাসন বহুৱাই ক'লে, "ৰজা বিক্ৰম, তোমাৰ কীৰ্তি-কাহিনীয়ে পাতাল পাইছেহি। তোমাৰ গুণ-যশ, স্বৰ্গ মৰ্ত্য পাতাল ভেদ কৰিছে। সেয়ে বুদ্ধি কৰি এজন দূত পঠিয়াই তোমাক ইয়ালৈ অনালো। তুমি কেইদিনমান আমাৰ অতিথি হ'ব লাগিব।" বিক্ৰমাদিত্যই তেতিয়া উলাহেৰে ক'লে, "মই সঁচাকৈয়ে ভাগ্যৱান যে আপোনাৰ দৰ্শন পালো। কিন্তু শুনিছো স্বয়ং ভগৱান আপোনাৰ দুৱৰী। তেওঁৰ এবাৰ দৰ্শন নাপামনে?"

বলি ৰজাই হাঁহি হাঁহি ক'লে, "আপুনি প্ৰভুক দেখা পাইছে। প্ৰভুৱে কৃপা কৰি আপোনাক তুৱাৰ এৰি দিছে।"

তাৰ পিচত ৰং-আনন্দত কেইদিনমান বলিৰ ৰাজ্যত থাকি বিক্ৰমাদিত্যই নিজ ৰাজ্যলৈ উভতিবলৈ ইচ্ছা কৰিলে। বলিয়ে তেতিয়া তেওঁক পৰশমণি আৰু অমৃতফল এই দুটা বস্তু দি বিদায় দিলে।

আপোন ৰাজ্যলৈ উভতি আহোঁতে বাটত দুজন অতি দুখীয়া বৃদ্ধক বিক্ৰমাদিত্যই সেই অমূল্য বস্তু দুটা দান দি দিলে।

পুতলাৰ কাহিনী সিমানতে শেষ। সকলোৱে বিক্ৰমাদিত্যৰ ভাগ্যক মনে মনে প্ৰশংসা কৰিবলৈ ধৰিলে।

ভোজ ৰজায়ো মনে মনে বিক্ৰমাদিত্যক শ্ৰদ্ধা জনাই ৰাজসভা ভঙ্গ কৰিলে।

পুতলাজনীয়ে পৰমাসুন্দৰী গন্ধৰ্ব কন্যাৰ ৰূপ ধৰি লাহে লাহে উৰা মাৰিলে।

## পঞ্চবিংশ পুতলাৰ সাধু

পঁচিছ দিনৰ দিনাও পঞ্চবিংশ পুতলাই তেওঁৰ সাধুটো ক'বলৈ আৰম্ভ কৰিলে।

মহাৰাজ বিক্ৰমাদিত্যৰ এযোৰ আচৰিত খৰম আছিল। সেই খৰমযোৰ পিন্ধি তেওঁ পৃথিৱীৰ যি ঠাইলৈকে যাব খোজে খৰমযোৰে তালৈকে লৈ যায়। মাত্ৰ আকাশতহে উৰিব নোৱাৰে। আকাশত উৰিবলৈ হ'লে তাল-বেতালৰ সহায় ল'ব লাগে।

এদিন তেওঁ খৰম পিন্ধি হিমালয় পৰ্বতৰ গুহাত থকা এজন সন্ন্যাসীৰ ওচৰ পালেগৈ। সন্ন্যাসীজনক আগতেও তেওঁ এবাৰ লগ পাইছিল।

সন্ন্যাসীয়ে ৰজাক আশীৰ্বাদ কৰি ৰাজ্যৰ কুশল-মঙ্গল সোধাত ৰজাই ক'লে, 'আপোনাৰ আশীৰ্বাদত ৰাজ্যত সকলোৰে মঙ্গল। মাত্ৰ আপোনাক এবাৰ দৰ্শন কৰাৰ উদ্দেশ্যৰেহে এইখিনি পালোহি।"

সন্ন্যাসীয়ে তেতিয়া ৰজাক ফল-মূল গাখীৰ আদি খাবলৈ



সন্ন্যাসীয়ে ৰজাক আশীৰ্বাদ কৰি ৰাজ্যৰ কুশল মঙ্গল...

দি ক'লে, "ৰজা, তুমি নিজৰ ৰাজ্য এৰি ঘূৰি নুফুৰিবা। ৰজা পাটত বহি নাথাকিলে শত্রুৱে আসে পায়।"

তেতিয়া ৰজাই ক'লে, "যাৰ কপালত যি ঘটিব লাগে ঘটিবই। মই পাটত থাকিলেও ঘটিব, নাথাকিলেও ঘটিব।"

সন্ন্যাসীয়ে ক'লে, "সেয়ে হ'লেও মানুহে কেতিয়াও নিজৰ চেষ্টা আৰু কাম এৰি দিব নালাগে।"

ৰজাই তেতিয়া এটা সাধু ক'লে, "এখন দেশত জয়শেখৰ নামে এজন ৰজা আছিল। এবাৰ তেওঁৰ পাত্ৰ-মন্ত্ৰী-বিষয়াসকলে ষড়যন্ত্ৰ কৰি ৰজা-ৰাণীক দেশৰপৰা উলিয়াই খেদালে।

"ৰজা-ৰাণী খোজ কাঢ়ি গৈ গৈ আন এখন ৰাজ্যৰ সীমাত সোমাল। ৰাতি হোৱাত তেওঁলোকে হাবিৰ মাজত এজোপা ডাঙৰ গছৰ তলত ৰাতিটো কটাবলৈ থিৰ কৰিলে। সেই গছ-জোপাৰ ওপৰত পাঁচটা ডলুৱা যক্ষই বাস কৰিছিল। সিহঁতে নিজৰ ভিতৰতে কথা-বতৰা পাতিলে, 'কাইলৈ এই ৰাজ্যৰ ৰজাৰ চাউল উকলিব। তেওঁ অপুত্ৰক। তেওঁৰ পিচত কোন ৰজা হ'ব?'

'আন এটাই কলে, এই গছজোপাৰ তলতে জয়শেখৰ নামে এজন ৰজা আছে। তেওঁক বিষয়াসকলে নিজ ৰাজ্যৰপৰা খেদাই দিছে। তেৱেঁ এই দেশৰ ৰজা হ'ব।'

"নঁচাকৈয়ে পিচদিনা সেই দেশৰ ৰজাই চকু মুদিলে। তেতিয়া মন্ত্ৰী, ডা-ডাঙৰীয়াসকলে নতুন ৰজা বিচাৰি আনিবলৈ ৰাজহাতীটোক সজাই পঠিয়াই দিলে।

"ৰাজহাতীয়ে হাবিৰ মাজে মাজে গৈ থাকি গছৰ তলত তেতিয়াও জিৰণি লৈ থকা ভগনীয়া ৰজা-ৰাণীক শুৰেৰে পিঠিত তুলি লৈ সেই ৰাজ্যলৈ উভতিল।

"ৰাজধানীত আকৌ আনন্দৰ জোৱাৰ উঠিল। নতুন ৰজা-ৰাণীৰ অভিষেক উছৱ মহাসমাৰোহেৰে সম্পন্ন হ'ল। জয়শেখৰ সেই ৰাজ্যৰ ৰজা হ'ল।

"ৰজাই কিন্তু ৰাজ্যৰ চিন্তা এৰি ৰং-ধেমালিতহে বেছিকৈ গা

উটুৱাই দিলে। সেই সুযোগতে শত্ৰুৱে তেওঁৰ ৰাজ্য আক্ৰমণ কৰিলে।

"ৰাণীয়ে কিন্তু ৰজাক বহুতো বুজাই ৰাজ্য শাসনৰফালে চকু দিবলৈ আগৰেপৰা কৈ আছিল। এতিয়া বিপদৰ সময়ত ৰাণীক কাতৰ হৈ পৰা দেখি ক'লে, 'ৰাণী দুখ কৰিছা কিয়? নিজ ৰাজ্যৰপৰা খেদা খাই হাবিত গছৰ তলত আছিলো। ভাগ্যত আছিল গুণেই আকৌ ৰজা হ'লো। সেই গছজোপাত থকা যক্ষ পাঁচজন এতিয়াও তাতে আছে। তেওঁলোকেই ৰাজ্য ৰক্ষা কৰক।'

"সঁচাকৈয়ে সেই যক্ষ পাঁচজনে যুঁজ কৰি শত্ৰুক খেদি পঠিয়ালে।

"ৰাণীয়ে তেতিয়া যক্ষকেইজনক দেখা কৰাৰ ইচ্ছা প্ৰকাশ কৰাত যক্ষ পাঁচজন ৰাণীৰ ওচৰ পালেহি। ৰাণীক সেৱা জনাই সিহঁতে ক'লে, 'আমি আগৰ জন্মত মাছ আছিলো। এবাৰ আমি থকা পুখুৰীৰ পানী শুকাই যাওঁতে এজন মহানলোকে আমাক নি নৈ এখনত এৰি দিলেগৈ। এতিয়া এই জন্মত আমি যক্ষ হ'লো আৰু সেই মহান পুৰুষজনেই এতিয়া এয়া ৰজা জয়শেখৰ। আপোনালোকৰ ৰাজ্য আমি সদায় ৰক্ষা কৰিম।'

"এই বুলি যক্ষকেইজন বিদায় লৈ গুচি গ'ল।"

বিক্ৰমাদিত্যৰ মুখত কাহিনীটো শুনি সন্ন্যাসীয়ে বৰ সন্তোষ পালে। তেওঁক তেতিয়া চিন্তামণি নামৰ এটা মণি দান দি ক'লে যে সেই মণিৰপৰা যেয়ে যি বস্তু বিচাৰে তাকে পাব। ৰজা মণিলৈ উভতিল। বাটতে এজন বুঢ়া মানুহে ৰজাক ভিক্ষা খোজাত সেই মনিটো তেওঁকে দান কৰিলে।

সাধু শেষ কৰি পুতলাজনী আগৰবিলাক পুতলাৰ দৰেই উৰা মাৰিলে।

ভোজ ৰজাই সেইদিনাও বেজাৰ মনেৰে অন্তেষপুৰলৈ গুচি গ'ল।

## ষষ্ঠবিংশ পুতলাৰ সাধু

ছাব্বিছ দিনৰ দিনা আকৌ ৰাজসভা বহিলত ভোজ ৰজাই শুদ্ধ দেহ-মন লৈ সিংহাসনত বহিবলৈ গ'ল।

ষষ্ঠবিংশ পুতলাই ৰজাৰ সন্মুখলৈ আহি ৰজাক বহিবলৈ কাৰণ কৰি ক'লে, "ৰজা, তুমি যদি জোৰ কৰি এই সিংহাসনত বহা, তেতিয়া হ'লে তোমাৰেই নহয় তোমাৰ ৰাজ্যৰ প্ৰজাসকলৰো বহুত অপায়-অমঙ্গল হ'ব। তুমি কোনো গুণেই বিক্ৰমাদিত্যৰ এই সিংহাসনত বহাৰ যোগ্য নোহোৱা। তেওঁৰ বাৰু আৰু এটা ত্যাগৰ কাহিনী শুনা।"

পুতলাজনীয়ে তেতিয়া বিক্ৰমাদিত্যৰ এই সাধুটো ক'লে ঃ

এবাৰ মহাৰাজ বিক্ৰমাদিত্যই তেওঁৰ যাদুকৰী খৰমযোৰ পিন্ধি ঘূৰি ফুৰোতে এক মন্দিৰৰ সন্মুখত চাৰিজন যোগীয়ে বহি কথা পাতি থকা দেখিলে। কিনো কথা পাতিছে শুনিবলৈ তেওঁ কেইখোজমান আগবাঢ়ি গ'ল। তেওঁলোকৰ এজনে দুখেৰে কৈছে— "সকলো তীৰ্থস্থানেই দেখিলো যদিও কণককূট পৰ্বতলৈ গৈয়ো ত্ৰিলোকনাথ যোগীজনকহে দেখা নাপালো।"

ৰজাই তেতিয়াই কণককূট পৰ্বতলৈ তেওঁক লৈ যাবলৈ খৰমক আদেশ কৰিলে। খৰমযোৰে তেওঁক লৈ পৰ্বতত থকা ত্ৰিলোকনাথ যোগীৰ আশ্ৰম পোৱালেগৈ।

যোগীয়ে ৰজাক দেখি সন্তুষ্ট হৈ ক'লে, "তোমাৰ বহুত পুণ্য থকাৰ গুণেহে মোক দেখিবলৈ পালা। তোমাক মই তিনিটা বস্তু দিওঁ, লৈ যোৱা।"

এই বুলি যোগীয়ে ৰজাক এখন বৰ কাপোৰ, এখন মোনা, আৰু এডাল লাঠি উপহাৰ দিলে। কাপোৰখন চুই যি বস্তুৰ কথাকে চিন্তা কৰা হয় সেই বস্তুটো তৎক্ষণাত পাব। সেইদৰে

যি কোনো পৰিমাণৰ ধন-সোণ মোনাত হাত ভৰালেই পাব। লাঠিডালেৰে চুই দিলে যি কোনো মৰা বস্তুৱেই প্ৰাণ পাব।

ৰজা আনন্দমনেৰে নিজ ৰাজ্যলৈ উলটিল। বাটত এজন মানুহৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। মানুহজন এসময়ত প্ৰতাপী ৰজা আছিল, কিন্তু শত্ৰুৱে তেওঁৰ ৰাজ্য জয় কৰি তেওঁক এইদৰে বাটৰ ভিক্ষাৰী কৰিলে।

ৰজাই মানুহজনৰ পৰিচয় পাই সেই বস্তু তিনিটা তেওঁক দি ক'লে যে এই তিনিটা বস্তুৰ সহায়েৰে তেওঁৰ হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিব পাৰিব।

মানুহজনে পিচত সেইমতেই নিজৰ ৰাজ্য উদ্ধাৰ কৰি বিক্ৰমাদিত্যৰ কৰতলীয়া হৈ থাকিবলৈ ধৰিলে।

সাধু শেষ কৰি পুতলাই ক'লে, "আগতে বিক্ৰমাদিত্যৰ দৰেই নিজৰ মনটো উদাৰ কৰা, তেতিয়াহে এই সিংহাসনত বহিবলৈ আহিবা।"

পুতলাই তেতিয়া আগৰ পুতলাবোৰৰ দৰেই উৰা মাৰিলে।

## সপ্তবিংশ পুতলাৰ সাধু

সাতাইছ দিনৰ দিনাও ৰজা ভোজ যথা সময়ত সিংহাসনত বহিবলৈ গৈছিল। এতিয়ালৈকে ছাব্বিছ দিন হ'ল তেওঁৰ সিংহাসনত বহিবলৈ যোৱাৰ। কোনো এদিনো সিংহাসনখনত বহিব নোৱাৰিলে। তাৰ উপৰি সিংহাসনখনক ধৰি থকা বত্ৰিছটা পুতলাৰ ছাব্বিছটাও এতিয়ালৈকে উৰি গুচি গ'ল। সিংহাসনখনৰ এফালে ধৰি থকা আশ্ৰয় নোহোৱাত একতীয়াহৈ গ'ল। সেইদিনাও মনত বহু আশা লৈ বহিবলৈ যাওঁতে সপ্তবিংশ পুতলাই বাধা দি বিক্ৰমাদিত্যৰ আন এটা কাহিনী শুনাবলৈ আৰম্ভ কৰিলে ঃ



এদিন বিক্ৰমাদিত্যৰ ৰাজসভালৈ এজন বিদেশী সাউদে চাৰিটা চন্দ্ৰকান্ত-মণি বিক্ৰী কৰিবলৈ আনিলে। ৰজাই আঠলাখ মুদ্ৰা দি মণি চাৰিটা কিনিলে। তেতিয়া সাউদে ক'লে, "মহাৰাজ, মোৰ ঘৰত এনে মণি আৰু দহটা আছে। ইমান দাম দি এনে মণি কিনোতা নাই। আপুনি ইচ্ছা কৰিলে কিনিব পাৰে।"

ৰজাই তেতিয়াই কুৰি লাখ মুদ্ৰা সাউদক দি দিলে। ৰজাই এজন কৰ্মচাৰীক সেই মণিকেইটা আনিবলৈ সাউদৰ লগত পঠিয়াই দিলে। সাউদৰ দেশলৈ চাৰি দিনৰ বাট। ৰজাই আদেশ কৰিলে আঠ দিনৰ ভিতৰত বিষয়াজন আহি পাব লাগিব।

যাওঁতে তেওঁলোক ভালে ভালেই গ'ল। বাটৰ সৰু সৰু পৰ্বতীয়া নৈ, নিজৰাবোৰ ঘোঁৰাৰ পিঠিত উঠিয়ে পাৰহৈ যাব পাৰিলে। কিন্তু আহোতে নৈবোৰৰ পানী ফেনে-ফোটোকাৰে বাঢ়ি যোৱাত খোজ কাঢ়ি পাৰ হ'ব নোৱাৰা হ'ল।

তেতিয়া নাও এখন বিচাৰিবলৈ ধৰিলে। তেনে পৰ্বতীয়া ঠাইত নাও পোৱা টান। নাৱৰীয়াই সাপৰ নেগুৰ-ছিগা সোঁতত নাও বাবলৈ ভয় কৰে।

তেতিয়া ৰজাৰ বিষয়াজনে ক'লে বোলে তেওঁৰ হাতত দহটা চন্দ্ৰকান্ত মণি আছে, ৰজাক আঠ দিনৰ ভিতৰত দিবগৈ লাগে।

মণিৰ কথা শুনি নাৱৰ গুৰিয়াল আৰু লগৰ নাৱৰীয়াকেইটাৰ বৰ লোভ লাগিল। ক'লে, "পাঁচটা মণি আমাক দিলেহে আমি পাৰ কৰিম। মোৰ নাও, মই পাৰ নকৰো বুলিলে ৰজাইনো কি মোক নচঁচা শূলত দিব?"

নিৰুপায় হৈ মণি পাঁচটা দি পাৰ হৈ কাণে কাণ মাৰি আঠ দিনৰ ভিতৰত বিষয়াজন ৰজাৰ ওচৰ পালেগৈ।

নাৱৰীয়াই তেনেকৈ মণি লোৱা শুনি ৰজাই আনন্দহে পালে। কিয়নো, তেওঁৰ প্ৰজাবিলাক যে অতি স্বাধীনচিতীয়া, নিজৰ অধিকাৰ সম্পৰ্কে সচেতন, এই কথা তেওঁ প্ৰথম জানিব পাৰিলে।

লগতে তেওঁৰ কৰ্মচাৰীসকলেও যে যেনে তেনে ৰাজকাৰ্য সম্পাদন কৰাতহে অধিক গুৰুত্ব দিয়ে, এই কথাও জানিব পাৰি আনন্দ লাভ কৰিলে। সেয়েহে তেওঁ বাকী পাঁচটা ৰত্নও সেই বিশ্বাসী কৰ্মচাৰীজনকেই বঁটা স্বৰূপে দি দিলে।

পুতলাই সাধু শেষ কৰি ভোজ ৰজালৈ চাই ক'লে, "মহাৰাজ, তুমি কেতিয়াও বিক্ৰমাদিত্যৰ সমান উদাৰ আৰু ত্যাগী হ'ব নোৱাৰা, গতিকে তেওঁৰ সিংহাসনত কেতিয়াও বহিবলৈ আশাও নকৰিবা।"

পুতলাই তেতিয়া গন্ধৰ্ব বেশ ধৰি উৰা মাৰিলে।

## অষ্টাবিংশ পুতলাৰ সাধু

আঠাইছ দিনৰ দিনাও অষ্টাবিংশ পুতলাই ভোজ ৰজাক সিংহাসনত বহিবলৈ নিদি বিক্ৰমাদিত্যৰ মহত্ব সম্পৰ্কে আৰু এটা নতুন কাহিনী ক'বলৈ আৰম্ভ কৰিলেঃ

মহাৰাজ বিক্ৰমাদিত্য যোগবলতো আছিল বলিয়ান। এবাৰ এজন যোগীয়ে মহাৰাজক অকলশৰে এঠাইত লগ ধৰিলে। তাৰ হাতত এটা মৰা ভাটৌ চৰাই। সি ৰজাক ক'লে, "মহাৰাজ, মোৰ মৰমৰ ভাটৌটোক হঠাৎ চেলাই খাই মাৰিলে। মোৰ বৰ ইচ্ছা থাকিল মৰাৰ আগতে তাৰ লগত দুআষাৰ কথা পাতিবৰ। কিন্তু যিকোনো যোগীয়ে যোগবলৰ সহায়ত মৰাৰ প্ৰাণ দিব নোৱাৰে। সেই কাম আপোনাৰ দ্বাৰাহে সম্ভৱ।"

ৰজাই তৎক্ষণাত যোগৰ বলেৰে নিজৰ দেহ এৰি ভাটৌটোক জীয়াই তুলিলে।

যোগীটো আছিল শিয়াল টেঙৰ। সি কি কৰিলে, নিজে ৰজাৰ দেহত সোমাল আৰু নিজৰ মৃত দেহটো মাটিত পুতি



থ'লে। তাৰ পিচত সি ৰজাৰূপী ভাটৌটোক মাৰি পেলাবলৈ যত্ন কৰা দেখি ভাটৌটো প্ৰাণৰ ভয়ত উৰা মাৰিলে।

যোগী তেতিয়া ৰাজধানীলৈ গৈ ৰজা হৈ যাকে যি পায় আদেশ দি ফুৰিবলৈ ধৰিলে।

ইপিনে ভাটৌটোৱে উৰি গৈ মনে মনে মহাৰাণী ভানুমতীৰ ওচৰ পালেগৈ আৰু সকলো কথা ক'লে। আৰু ৰজাৰূপী যোগীটোক কেনেকৈ মাৰি বিক্ৰমাদিত্যক নিজৰ দেহটোলৈ নিব পৰা যাব তাৰ উপায় শিকাই দিলে।

সেইদিনা ৰাতি ৰাণীয়ে ভেড়া-ছাগলী এটা আনি মন্ত্ৰ কৰি মাৰি থ'লে। ছদ্মবেশী ৰজা অন্তেষপুৰলৈ আহোতে ৰাণীয়ে ভেড়াটো কোলাত তুলি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

ৰজাই ক'লে, "ভেড়া ছাগলী এটাৰ কাৰণে কিয় ইমানকৈ কান্দিছা ৰাণী?"

ৰাণীয়ে কান্দি কান্দি ক'লে, "এই ভেড়াটো সৰুৰেপৰা মই তুলি-তালি ডাঙৰ কৰিলো। এতিয়া আবেলিৰপৰা অসুখ হৈ মৰিল। আপুনি জানেই মই তাক কিমান ভাল পাওঁ।"

নকল ৰজাই একো নজনা হৈ থাকিলেই ধৰা পৰিব। গতিকে ক'লে, "মই জানো ৰাণী, ভেড়াটো তোমাৰ বৰ মৰমৰ। কিন্তু মৃত্যুৰ হাতৰপৰা কোনেও ৰক্ষা নাপায়।"

ৰাণীয়ে তেতিয়াও উচুপি থাকিল। ভগা মাতেৰে ক'লে, "মহাৰাজ, সি যদি এবাৰ জী উঠি মোৰ হাতৰপৰা চাউল এমুঠি খাই মৰে তেতিয়া আৰু মোৰ কোনো দুখ নাথাকিব।"

ৰজাই তেতিয়া কি ক'ব একো ঠিক কৰিব নোৱাৰিলে। কিজানি আগতেও এনে কোনো ঘটনা ঘটিছিল, যেতিয়া আচল ৰজাই যোগবলেৰে ক্ষন্তেকৰ কাৰণে হ'লেও কোনো মৰাক জীয়াই তুলিছিল।

ৰজা নিমাত হোৱা দেখি ৰাণীয়ে বুজিলে তেওঁৰ কৌশলে কাম কৰিছে। এই সুযোগতে ক'লে,

"মহাৰাজ, আগৰবাৰ মোৰ মইনা চৰাইজনী মৰোতেও আপুনি দেখোন যোগবলেৰে অলপ সময়ৰ কাৰণে জীয়াই দিছিল।"

নকল ৰজাই ভাবিলে নিশ্চয় এনেকুৱা ঘটনা ঘটিছিল। এতিয়া যদি তেওঁ তাকে কৰিব নোৱাৰে তেন্তে ৰাণীয়ে তেওঁক সন্দেহ কৰিব পাৰে। সেয়ে তেওঁ ৰাণীৰ সন্তোষৰ কাৰণে অলপ সময়লৈ ভেৰাটো জীয়াই তোলাৰ কাৰণে ধ্যানত বহিল।

অলপ সময়ৰ পিচত নকল ৰজাৰ দেহা প্ৰাণহীন হৈ পৰি গ'ল। তেওঁৰ আত্মা গৈ ভেড়াটোত সোমোৱাত সি থিয় হৈ বেবাবলৈ ধৰিলে।

ৰাণীয়ে সেই মুহূৰ্ত্ততে ছাগলীটো বছী এডালেৰে পকাই টানি বান্ধি লাঠি এডালেৰে ডুমাৰমান শোধালে। সিফালে লুকাই থকা ভাটৌৰূপী বিক্ৰমাদিত্যই ভাটৌৰ দেহ এৰি নিজৰ দেহত সোমালহি।

ভেড়াটো লৈ ৰজাই তাক তাৰ মৃতদেহটো বিচাৰি উলিয়ালে আৰু যোগীক তাৰ আগৰ দেহালৈ যাবলৈ ক'লে।

যোগী আকৌ আগৰ যোগী হৈ পৰিল। ছাগলীটো মৰি থাকিল।

মৰা ছাগলীটো আচলতে ৰাণীয়ে যাদু কৰিহে মাৰিছিল। এতিয়া তাক আকৌ জীয়াই দিলে।

যোগীক ৰজাই বহুত ককৰ্থনা কৰিলে। কিন্তু সি বৰকৈ কাও-বাও কৰাত তাক প্ৰাণদণ্ড নিদি দেশৰপৰা বাজ কৰালে।

কাহিনী শেষ কৰি পুতলাই ক'লে, "মহাৰাজ ভোজ, বিক্ৰমাদিত্যৰ সমান ক্ষমাশীল আৰু উপস্থিত বুদ্ধিযুক্ত তুমি হ'ব পাৰিছানে? যদি নাই হোৱা তেনেহলে তুমি এই সিংহাসনত বহিবৰ উপযুক্তও নোহোৱা।"

পুতলাই আকাশলৈ গতি কৰিলে।

## ঊনত্ৰিংশ পুতলাৰ সাধু

ভোজৰজাই বহু চেষ্টা কৰিও সিংহাসনত বহিব নোৱাৰিলে। নিতৌ তেওঁ যাগ-যজ্ঞ, দান-দক্ষিণা, ধৰ্মীয় অনুষ্ঠান কৰিবলৈ ধৰিলে। তথাপিতো সিংহাসনত বহাৰ যোগ্য নোহোৱাত ঊনত্ৰিছ দিনৰ দিনা চিন্তিত মনে ৰাজসভালৈ গ'ল। ঊনত্ৰিংশ পুতলাই এখোজ আগবাঢ়ি ৰজাক ক'লে, "মহাৰাজ আপোনাৰ মনৰ কথা মই জানো। আপুনি যিমানেই ধৰ্ম কাৰ্য কৰিছে সকলোবোৰ কামনা যুক্ত। আপোনাৰ পুণ্য হওক, নাম-যশ হওক, এয়ে আপোনাৰ উদ্দেশ্য। কিন্তু বিক্ৰমাদিত্যই সকলো ভাল কাম কৰিছিল মনে মনে। দান-পুণ্য কৰিছিল কামনা নোহোৱাকৈ। আজি বাৰু তেওঁৰে নতুন কাহিনী এটা শুনক।"

এবাৰ এটা দুখীয়া মানুহে মইনা চৰাই এটা ৰজাত বেচিবলৈ আনি দাম কৰিলে এক লাখ মোহৰ।

ৰাজসভাৰ সকলো আচৰিত হ'ল। এটা মইনা চৰাইৰ ইমান দাম!

ৰজাই কিন্তু সিমান দাম দিয়ে চৰাইটো কিনি পেলালে। সোণৰ নতুন সজাত চৰাইটো থৈ সজাটো তেওঁৰ শোৱা-কোঠাত ভালদৰে ৰাখিলে।

ৰাতিপুৱা চৰাইটোৱে সুললিত সুৰে ভগৱানৰ এফাকি নাম দোহাৰি দোহাৰি গাই ৰজাক জগাই দিয়ে। নাম ফাকি হ'ল,

'কৃষ্ণ ৰাম দামোদৰ গোপাল গোবিন্দ'।

শুই উঠিয়েই ঈশ্বৰৰ নাম শুনি ৰজা-ৰাণীৰ অন্তৰ ভক্তিত আকুল হৈ উঠিল।

তেওঁলোক দুয়ো চৰাইটোৰ কাষ চাপি গ'ল। তেওঁলোকে আচৰিত হৈ দেখিলে সজাটোৰ এচুকত হীৰা, মুকুতা, মাণিক

কিছুমান জলমলাই আছে। তেওঁলোকে চৰাইটোক ভালদৰে খাবলৈ দি হীৰা-মুকুতাখিনি আনি দুখীয়াক দান কৰিলে।

নিতৌ ৰাতিপুৱা চৰাইটোৱে নাম গোৱাৰ লগে লগে এনেদৰে হীৰা-মুকুতা ওলাবলৈ ধৰিলে। আচলতে নামৰ লগে লগে চৰাইটোৰ মুখৰপৰা এইবিলাক ওলায়। দিনটোৰ ভিতৰত এবাৰেই ওলায়। নিতৌ সেই মণি-মুকুতা-হীৰা-মাণিকবিলাক ৰজাই দুখীয়াক দান কৰে।

এসপ্তাহৰ পিচত এদিন এজন ভিক্ষাৰী আহি ৰজা-ৰাণীক ক'লে, "মহাৰাজ-মহাৰাণী, আপোনালোকৰ মইনা চৰাই এটা আছে বুলি শুনি দান বিচাৰি আহিছো।"

ৰাণীয়ে ৰজাৰ মুখলৈ চালে।

ৰজাই লাহেকৈ ভিতৰলৈ গৈ চৰাইটো আনি ভিক্ষাৰীটোক দান দি দিলে।

ৰাণীয়ে মনটো গধুৰ কৰা দেখি ৰজাই বুজালে, "দুখ নকৰিবা ৰাণী, চৰাইৰ মুখৰপৰা জানো মুক্তা-মাণিক সৰে? এই চৰাই স্বয়ং লক্ষ্মী আই। ভিক্ষাৰীজন স্বয়ং নাৰায়ণ।"

পুতলাৰ সাধু শেষ হ'ল। তেওঁ গন্ধৰ্ব ৰূপ ধৰি স্বৰ্গলৈ উৰা মাৰিলে।

## ত্ৰিংশ পুতলাৰ সাধু

আৰু মাত্ৰ তিনিটা পুতলা থাকিল। ত্ৰিশদিনৰ দিনা ভোজৰজা আকৌ সিংহাসনত বহিবলৈ আহিল। এইবাৰ ত্ৰিংশ পুতলাই বিক্ৰমাদিত্যৰ কাহিনী আৰম্ভ কৰিলে ঃ

এবাৰ এজন শিল্পীয়ে মাটিৰে ধুনীয়া ৰাজহাঁহ এটা সাজি



ৰজাক উপহাৰ দিবলৈ আহিল। ৰাজসভাৰ সকলোৱে হাঁহটো দেখি শিল্পীক প্ৰশংসা কৰিলে। ৰজাৰ ভৰিৰ ওচৰত হাঁহটো থোৱাৰ লগে লগে সকলোৱে দেখি তবধ মানিলে যে হাঁহটো জীৱন্ত হৈ উঠিল। শিল্পীয়ে ক'লে, "মহাৰাজ, হাঁহটোৰ গাত এটা কাঠি আছে, সেইটো চুই দিলেই সি জীৱন্ত হৈ উঠে। আৰু এটা কাঠি আছে সেইটো চুই দিলেই সি উৰা মাৰিবও পাৰে। আপুনি ইচ্ছা কৰিলে পৰীক্ষা চাব পাৰে।"

ৰজাই তেতিয়া তাৰ পিঠিত উঠি চাবি-কাঠিটো টিপি দিলে। লগে লগে হাঁহটো ৰজাক লৈ উৰা মাৰি চকুৰ পচাৰতে নেদেখা হ'লগৈ।

হাঁহটো সাগৰ পাৰ হৈ এটা ডাঙৰ দ্বীপ পালেগৈ। ৰজাই কাঠি এটা টিপি দিয়াৰ লগে লগে দ্বীপটোলৈ নামি গ'ল।

ৰজাই দ্বীপটোত ভৰি দি চাৰিওফালে চাই জনপ্ৰাণী এটাও দেখিবলৈ নাপালে। ঘূৰি ফুৰি এঠাইত গছ-গছনিৰ আঁৰত বগা শিলৰ ঘৰ এটা দেখি তালৈকে সোমাই গ'ল। কিন্তু ঘৰটোতো কোনো মানুহ নাই, মাত্ৰ মাইকী কুকুৰ এজনীক এঠাইত বান্ধি থৈছে। কুকুৰজনীয়ে ৰজাক দেখি ভুকিবলৈ ধৰিলে। ইফালে আন্ধাৰ হৈ অহাত ৰজাই গছ এজোপাত উঠি মূধৰ ডাল এটাত বহি ৰাতিটো কটাই দিব খুজিলে।

এনেতে দেখিলে সন্ন্যাসী এটা ক'ৰবাৰপৰা আহি ঘৰটোলৈ সোমাই গ'ল। যাওঁতে ঘৰৰ সন্মুখত থকা জবাফুলৰ গছ এজোপাৰ পৰা ৰঙা জবা এপাহ চিঙি লোৱাও ৰজাই দেখিলে।

ৰজাই তেতিয়া লাহেকৈ গছৰপৰা নামি সন্ন্যাসীয়েনো কি কৰে অলপ আঁতৰৰপৰা জুমি চাবলৈ ধৰিলে। দেখিলে সন্ন্যাসীয়ে ফুলপাহ কুকুৰজনীৰ গালৈ দলি মাৰি দিছে আৰু বান্ধোন খুলি দিছে। চাওঁতে চাওঁতে কুকুৰজনী এজনী ধুনীয়া ছোৱালী হৈ পৰিল।

ৰজাই আকৌ গছজোপাত উঠি বাতিটো ভোকে-লঘোনে কটাই ৰাতিপুৱা সন্ন্যাসীয়ে কি কৰে গছৰপৰাই চাবলৈ ধৰিলে।

সন্ন্যাসী বাহিৰলৈ ওলাই আহিল। পিচে পিচে সেই ছোৱালীজনী। সন্ন্যাসীয়ে তেতিয়া ওচৰৰ বেল গছ এজোপাৰ পাত এটা লৈ তাইৰ গালৈ মাৰি দিয়াত তাই আকৌ আগৰদৰে কুকুৰ হৈ পৰিল। তাইক নি আগবদৰে বান্ধি সন্ন্যাসী ওলাই গ'ল।

ৰজাই গছৰপৰা নামিয়ে জবা-ফুল এপাহ চিঙি কুকুৰজনীৰ গালৈ দলিয়াই দিলে। কুকুৰজনী আকৌ ছোৱালী হৈ পৰিল।

তেওঁ তেতিয়া ভয় খাই ৰজাক ক'লে, "আপুনি কোন নাজানো, কিন্তু এতিয়াই পলাওক। সন্ন্যাসীয়ে আপোনাক পালে সৰ্বনাশ কৰিব।"

"মই এজন দেশ ভ্ৰমণকাৰী"—ৰজাই নিজৰ আচল চিনাকি নিদি সুধিলে, "তুমি কোন, এই সন্ন্যাসী কোন? কিয় তোমাৰ এনে দশা?"

"মই কোন ক'ব নোৱাৰো। সন্ন্যাসী কোন তাকো ক'ব নোৱাৰো। মোক সৰুতে ক'ৰবাৰপৰা চুৰ কৰি আনিছিল কালী গোসাঁনীৰ আগত বলি দিবলৈ। কিন্তু মৰম লাগি নিজৰ ছোৱালীৰ দৰে ৰাখিছে। মোৰ দৰে নিঘুণী ছোৱালী আৰু পৱিত্ৰা ছোৱালী পোৱা নাই দেখি সন্ন্যাসীয়ে পৰহিলৈকে বাট চাই মোকে বলি দিব। যদি আন ছোৱালী পাই তেনেহ'লে বলি নিদিয়ে।"—ছোৱালীজনীয়ে কান্দি কান্দি ক'লে।

ৰজাৰ বৰ দুখ লাগিল। এই দুষ্ট সন্ন্যাসীটোক এসেকা দি কেনেকৈ ছোৱালীজনী উদ্ধাৰ কৰিব পাৰি ভাবিবলৈ ধৰিলে।

"বাৰু, সন্ন্যাসীৰ বল শক্তি নাইকিয়া কৰাৰ একো উপায় নাইনে?"—ৰজাই সুধিলে।

"যদি কোনো মানুহে বেলপাত এটা নিজৰ বুকুৰ তেজেৰে তিয়াই কালী গোসাঁনীক দিয়ে, তেতিয়াই সন্ন্যাসী দুৰ্বল হৈ মৰাৰ



সিচিনা হ'ব। মই এই কথা তেওঁৰপৰাই জানিছিলো। কিন্তু আপুনি সোনকালে পলাওক, সন্ন্যাসীয়ে দেখিলে দুয়োৰো অপকাৰ হ'ব।"—ছোৱালীজনীয়ে ক'লে।

ৰজাই কিবা এটা ক'বলৈ মুখ মেলোতেই দেখিলে যে তেওঁৰ মুখৰপৰা মাত নোলোৱা হৈছে, লগে লগে অনুভৱ কৰিলে তেওঁ চাপৰ হৈ গৈ চাৰিটা ঠেঙৰ ওপৰত থিয় দিবলৈ ধৰিছে আৰু ছোৱালীজনীয়ে চিঞৰ এটা মাৰি কঁপিবলৈ ধৰিছে।

সন্ন্যাসী মনে মনে আহি তেওঁলোকক কথা পতা দেখি পিচ-ফালৰপৰা ৰজাৰ গালৈ জবাফুল এটা মাৰি দিছিল। ৰজা এটা ক'লা কুকুৰ হৈ প্ৰাণৰ ভয়ত ঘেঁউঘেঁউাই লৰ মাৰিলে। সন্ন্যাসীয়ে ক'লে, "আৰু ছোৱালী নিবিচাৰো। তোকে বলি দিয়াটো থিক কৰিলো"—এইবুলি তাইক লৈ ভিতৰলৈ গ'ল। ছোৱালীজনীয়ে হুৰাওবাৰে কান্দি কান্দি ভিতৰ সোমাই গ'ল।

কুকুৰ ৰূপী ৰজাই অলপ পিচতে সেই জবাফুল জোপাৰ তললৈ আহি মনে মনে থিয় হৈ থাকিল। ভিতৰত শংখ-ঘণ্টা বজাৰ শব্দৰপৰা বুজিলে কালী পূজাৰ আয়োজন হৈছে আৰু তাত নাৰী-বলি হ'ব।

এবাৰ ফুল এপাহ গছৰপৰা সৰি কুকুৰৰূপী ৰজাৰ গাত পৰাৰ লগে লগে ৰজা আকৌ মানুহ হৈ পৰিল। ৰজাই লৰালৰিকৈ বেলপাত এটা লৈ বুকুৰ তেজ উলিয়াই পাতটো তিয়ালে। তাৰ পিচত হাতত সাৰে ভৰিত সাৰে ভিতৰ সোমাই গ'ল। ভিতৰত দেখিলে সন্ন্যাসীয়ে কালী মূৰ্তিৰ আগত পূজাত বহিছে। ওচৰত বলিশাল আৰু এখন বলি কটা দা। ৰজাই আঁৰ হৈ ছেগ বিচাৰি থাকিল। ছোৱালীজনীয়ে সন্ন্যাসীৰ ওচৰতে আঁঠুকাঢ়ি মূৰ দোঁৱাই কালী গোসাঁনীক সেৱা কৰি আছে। ভয়ত তাইৰ গোটেই শৰীৰ বতাহত কলপাত কঁপাৰ দৰে কঁপিছে।

ৰজাই এবাৰ সুযোগ পাই জাপমাৰি বেলপাতটো কালী-গোসাঁনীৰ

মূৰ্তিত পেলাই দিয়াৰ লগে লগে সন্ন্যাসী মূছ-কঁছ গ'ল। বেমাৰী মানুহৰ দৰে তেওঁ মাটিত পৰি কঁপিবলৈ ধৰিলে। ছোৱালীজনীক হাতত ধৰি উঠাই বজাই বাহিৰলৈ লৈ আহিল। দুয়ো খৰখেদাকৈ আগবাঢ়িল। বজাই তেওঁৰ হাঁহটো আগৰ ঠাইতে থকা দেখি উঠিবলৈ গৈ দেখে,—এয়া কি, ছোৱালীজনীও নাই, দ্বীপটোও নাই, তেওঁ ৰাজসভাত বহি আছে! তেওঁৰ সন্মুখত হাঁহটো ঘূৰি ফুৰিছে। সন্মুখত শিল্পীজন আৰু ৰাজসভাৰ বিষয়াসকল।

ৰজাই তেতিয়া বুজিলে এই সকলো শিল্পীৰ মায়া। তেওঁ তেতিয়া শিল্পীক বহুতো ধন-ৰত্ন দান কৰিলে।

পুতলাৰ কথা শেষ হোৱাৰ লগে লগে তেওঁ গন্ধৰ্বকন্যাৰ ৰূপ লৈ উৰা মাৰিলে।

ৰজা ভোজ ৰেজাৰ মনেৰে অন্তেষপুৰলৈ গ'ল।

## একত্ৰিংশৎ পুতলাৰ সাধু

একত্ৰিছ দিনৰ দিনা ভোজৰজা আকৌ আগৰ দৰেই সিংহাসনত বহিবলৈ আহিল। তেওঁ জানে, আজিলৈকে তেওঁ সিংহাসনত বহিব নোৱাৰিলে। বত্ৰিছটা পুতলাৰ ত্ৰিছটাই যোৱা ত্ৰিছদিনত উৰি গুচি গ'ল। বাকী দুটাও তেনেকৈ একো একোটা কাহিনী কৈ উৰি যাব। তেতিয়া আৰু সিংহাসনখনৰ কোনো মূল্যই নাথাকিব।

তথাপি মানুহে জীয়াই থকা সময়খিনিত কেতিয়াও আশা কৰিবলৈ নেৰে। ভোজৰজায়ো সেই আশাকে সাৰোগত কৰি সেইদিনা সিংহাসনত বহিবলৈ যোৱাত একত্ৰিংশৎ পুতলাই ক'লে, "শুনা মহাৰাজ! চেষ্টা, সাহস, বল, বুদ্ধি, ধৈৰ্য আৰু পৰাক্ৰম প্ৰকৃত মহৎ লোকৰ এই ছটা গুণ থাকিব লাগিব। মহাৰাজ



বিক্ৰমাদিত্যৰহে এই ছটা গুণ আছিল। তাৰ উপৰি তেওঁৰ আন দুটা ডাঙৰ গুণ আছিল। সেই গুণ দুটা হ'ল লোভহীনতা আৰু ত্যাগ কৰিব পৰা ক্ষমতা। আজি তেওঁৰ তেনে দুই এটা গুণ থকা কাহিনী এটাকে কওঁ শুনা।"

এজন সন্ন্যাসীয়ে সাগৰ দেৱতাক আৰাধনা কৰি চাৰিটা অমূল্য ৰত্ন পাইছিল। সন্ন্যাসীয়ে ৰত্ন লৈ কি কৰিব, গতিকে তেওঁ এজন বুঢ়া বামুণৰ হাতত ৰত্নকেইটা ৰজা বিক্ৰমাদিত্যক দিবলৈ পঠিয়াই দিলে। লগতে কোনটো ৰত্নৰ কি কি গুণ আছে তাকো বুজাই দিলে।

বুঢ়া বামুণ গৈ ৰাজসভাত উপস্থিত হ'ল। ৰজাক আশীৰ্বাদ জনাই ৰত্ন চাৰিটা দান দি আদ্যোপান্ত ক'লে। আৰু ৰত্নকেইটাৰ গুণো বুজাই ক'লে। প্ৰথম ৰত্নৰ গুণ হ'ল, এই ৰত্নটোৰপৰা যেতিয়াই যি বস্তু খাবৰ মন যায় খুজিলেই পাব। দ্বিতীয় ৰত্নটোৰপৰা যেতিয়াই ধন-সোণ বিচাৰে তেতিয়াই পাব। তৃতীয় ৰত্নটোৱে দিব হাতী-ঘোঁৰা গৰু। চতুৰ্থ ৰত্নৰপৰা আ-অলংকাৰ, মণি-মুক্তা সকলো পাব।

বিক্ৰমাদিত্যই সন্ন্যাসীৰ ত্যাগৰ উদাহৰণ দেখি মনে মনে সন্ন্যাসীলৈ নমস্কাৰ আগবঢ়ালে। আৰু এই বুঢ়া বামুণজনে বাট-কুৰি বাই অকণো লুক-ঢাক নকৰাকৈ ৰত্ন চাৰিটা লৈ অহা কাৰণে যি কোনো এটা ৰত্ন তেওঁক বাছি লৈ যাবলৈ ক'লে।

বুঢ়া বামুণে ক'লে, "মহাৰাজ, মই ঘৰত আলোচনা কৰি আপোনাক জনামহি।"

ৰজা মান্তি হ'ল।

ঘৰলৈ গৈ কথাটো কোৱা মাত্ৰকে বুঢ়ী বামুণী, পো-বোৱাৰী নাতি-পুতি সকলোৰে মাজত থকা-খুন্দা লাগিল।

বুঢ়ীয়ে ক'লে, "বুঢ়া, সেইটো আৰু সুধিব লগা কথানে?

যিটো বত্নৰপৰা খোৱা-বস্তু পাম তাকেনো নাৰাখা কিয় ? এই বয়সত ক'ত খুজি-মাগি খাম ?"

প্ৰথম পুতেকে ক'লে, "'কেতিয়াও নহয়। ধন-সোণহে মানুহক লাগে। খোৱা-বস্তু কিয়, ধন-সোণেৰে লাগতিয়াল সকলো বস্তু কিনিব পাৰি। গতিকে সেইটো ৰত্নহে লাগে।"

দ্বিতীয় পুতেকে ক'লে, "ধন-সোণ কেলৈ ? ঘোঁৰা-হাতী গৰু-পশু আদি থাকিলে ৰাজ্যও জয় কৰিব পাৰি। ৰজা হ'ব পাৰি। এতেকে সেইটো ৰত্নহে ৰজাত খুজিব লাগে।"

বোৱাৰীয়েক দুজনীয়ে ক'লে, "বিচাৰিলেই নতুন নতুন অলঙ্কাৰ পোৱা ৰত্নটোহে আমাক লাগে। সেই অলংকাৰ বেচিলেই সকলো বস্তু পায়।"

বামুণ বৰ বিমোৰত পৰিল। পিচদিনা ৰজাত সকলো কথা জনালেগৈ।

বুঢ়া বামুণৰ সৰলতাত ৰজা মুগ্ধ হ'ল। লগতে এইটোও বুজিলে যে মানুহৰ লোভ মোহৰ অন্ত নাই। এই ভাবি বামুণজনক চাৰিওটা ৰত্নকে দান কৰিলে।

পুতলাৰ কাহিনী শেষ হ'ল। পুতলাজনীয়ে লাহে লাহে অপেচৰীৰ ৰূপ ধাৰণ কৰি উৰি উৰি দূৰ আকাশত অদৃশ্য হৈ পৰিল।

## দ্বাত্ৰিংশৎ পুতলাৰ সাধু

বিক্ৰমাদিত্যৰ সিংহাসনৰ বত্ৰিছটা পুতলাৰ একত্ৰিছটাই উৰি গ'ল। এটা মাত্ৰ পুতলা বাকী ৰ'ল। সেই পুতলাটোৱে বিৰাট সিংহাসনখন ধাৰণ কৰি ৰাখিছিল। ভোজৰজাৰ কাৰণে এইটোৱে শেষ দিন। তেওঁ যদি আজিও অলপ সময়ৰ কাৰণে সিংহাসনত বহিব নোৱাৰে তেনেহলে তেওঁৰ জীৱনেই বৃথা। তেওঁ ৰাজ-পাট এৰি দি বনবাসী হ'ব।

এই কথাকে মনতে আলচি ৰজাই স্নান-দান, সেৱা-পূজা কৰি শুদ্ধ মনেৰে ৰাজসভা পাই সিংহাসনত বহিবলৈ আগবাঢ়িল।

তেতিয়া শেষ পুতলাটোৱে নিজৰ ঠাইৰপৰাই চিঞৰি তেওঁক বহিবলৈ মানা কৰি ক'লে, "মহাৰাজ, বিক্ৰমাদিত্যৰ এই সিংহাসনত তেওঁৰ পুত্ৰ বিক্ৰমসেনো বহিব পৰা নাছিল। কোনোবাই জোৰ কৰি বহিবলৈ আহিলে তেওঁৰ দুচকু ফুটিব। আপুনি এই সিংহাসনত বহাৰ আশা ত্যাগ কৰক। মোৰ লগৰ সকলো গন্ধৰ্বকন্যা, যিসকল মোৰ বাইদেউ, সেই সকলোৱে আপোনাৰ চকুৰ আগতে মুক্তি পোৱা আপুনি দেখিলেই। আজি মোৰো সেই মুক্তিৰ দিন। আপোনাক মোৰ কাহিনী কোৱাৰ পিচত ময়ো দেৱতাৰ ৰজা ইন্দ্ৰৰ শাপৰপৰা মুক্তি পাম। এই সিংহাসন ভস্মীভূত হ'ব, জুইত পুৰি ছাই হ'ব। মহাৰাজ আপুনি দুখ নকৰিব, সংসাৰত যোগ্যজনেহে যোগ্য বস্তুৰ অধিকাৰ লাভ কৰে। আজি আপুনি আৰু সভাসদ সকলোৱে বিক্ৰমাদিত্যৰ ৰাজসভাৰ কাহিনী শুনক।"

ৰাজসভাত তেতিয়া কাঁহ পৰি জীণ যোৱা অৱস্থা। কাৰো মুখত মাত নাই। উশাহ-নিশাহ লওঁতেও সকলোৱে ইমান সাৱধানে লৈছে যেন তাৰ সামান্য শব্দও ৰজাৰ কাণত নপৰে।

শেষ পুতলাই ৰজাক বৰ সন্মান জনাই কথা কৈছিল। ৰজায়ো

ছবিৰ পুতলাৰ দৰেই থৰ হৈ ৰৈ গ'ল। পুতলাজনীয়ে তেতিয়া কাহিনী ক'বলৈ আৰম্ভ কৰিলে ঃ

বিক্ৰমাদিত্যৰ ৰাজসভাত ন জন পণ্ডিত, কবি আদি বিখ্যাত গুণী পুৰুষ আছিল—সেই কথা আপুনি জানে। তেওঁলোকক একেলগে 'নৱৰত্ন' আখ্যা দিয়া হৈছিল। জ্যোতিষ-শাস্ত্ৰ আৰু গ্ৰহ-নক্ষত্ৰ সম্পৰ্কে ভালদৰে জনা বৰাহ নামৰ পণ্ডিতজনৰ এটা ল'ৰা জন্ম হ'ল। তেওঁ ল'ৰাৰ সৌৰবৰ্ণী গণি-পিতি পালেগৈ যে ল'ৰাৰ আয়ুস মাত্ৰ দহ বছৰ। বহুতবাৰ গণনা কৰিও দহ বছৰেই আয়ুস পোৱাত তেওঁ নিজৰ গৃহিণীক এই কথা নজনাই এদিন ৰাতি কেঁচুৱা পুত্ৰক এটা কাঠৰ পেৰাত ভৰাই শিপ্ৰা নৈত উটুৱাই দিলে।

ল'ৰাৰ শোকত মাক ব্যাকুল হ'ল। বৰাহে বুজনি দি ক'লে যে মানুহে ভাগ্যৰ লিখন খণ্ডাব নোৱাৰে। তাৰ পিচত চেঁচনি দিবৰ কাৰণে ক'লে যে ভগৱানক ভাবি থাকিলে নিশ্চয় এদিন তেওঁলোকৰ পুত্ৰ উভতি আহিব।

সিফালে পেৰাটো গৈ গৈ সাগৰত পৰিল। সাগৰৰ ঢৌৱে নি তাক লঙ্কাৰ পাৰ পোৱালেগৈ। লঙ্কাত তেতিয়া ৰাক্ষস আছিল যদিও তেওঁলোকে মানুহক হিংসা নকৰে। এজনী তিৰোতাই পেৰাটো পাই মেলি চাই যে পেৰাটোত এটা সুন্দৰ, নিপোটল ল'ৰা শুই আছে। ল'ৰাটোক ঘৰলৈ নি আদৰ-যত্ন কৰি ৰাখিলে। সকলোৱে ল'ৰাটোক মৰম কৰি নাম থলে মিহিৰ।

চাওঁতে চাওঁতে মিহিৰ ডাঙৰ হ'ল। লঙ্কাত তেতিয়া জ্যোতিষৰ চৰ্চা আছিল। মিহিৰেও এই শাস্ত্ৰ শিকিবলৈ ধৰিলে।

ডেকাবয়সত খনা নামেৰে ৰাক্ষসৰ লগত ডাঙৰ হোৱা এজনী মানৱ ছোৱালীৰ লগত তেওঁৰ বিয়া পাতি দিলে তেওঁক তুলি লোৱা মাক-দেউতাকে। খনায়ো জ্যোতিষ শাস্ত্ৰ ভালদৰে শিকিছিল।

এদিন মিহিৰে গণনা কৰি পালে যে তেওঁৰ পিতৃ বিখ্যাত বৰাহ পণ্ডিত। কেনেকৈ কিয় তেওঁ এই দ্বীপলৈ আহিলে কেবা-দিনো ধৰি অঙ্ক কৰি গণনা কৰিবলৈ ধৰিলে। তেওঁৰ গণনাত সকলো কথা ওলাই পৰিল।



তেওঁ তেতিয়া খনাৰ সৈতে তুলি লোৱা মাক-দেউতাকক সকলো কথা কৈ ভাৰতবৰ্ষৰ উজ্জয়িনীলৈ যাবলৈ ওলাল, আচল মাক-দেউতাকক বিচাৰি।

তেওঁলোকেও ডাঙৰ নাও এখন যোগাৰ কৰি খোৱা বস্তু আদি ভৰাই তেওঁলোকক যোৱাৰ সকলো সুবিধা কৰি দিলে।

এদিন দুয়ো গৈ বৰাহৰ ঘৰ পাই তাতে আলহী হৈ থাকিল। কথা প্ৰসঙ্গত মিহিৰে বৰাহক তেওঁৰ ল'ৰা-ছোৱালীৰ কথা সোধাত বৰাহে চকুৰ পানী টুকি ক'লে, "ল'ৰা হৈছিল এটা। কিন্তু জন্মৰ কেইদিনমানৰ পিচতে তাক কাঠৰ পেৰা এটাত উটুৱাই দিলো। কাৰণ কেবাবাৰো গণনা কৰি পালো যে তাৰ আয়ুস মুঠেই দহ বছৰ। দহ বছৰৰ মায়া-মোহত আসক্ত হৈ গোটেই জীৱন পুত্ৰ শোকৰ জুইত পুৰি মৰাতকৈ কেঁচুৱাতে তাক আঁতৰ কৰিলো। মাকে এই বিলাক কথা নাজানে।"

"আপোনাৰ হাতত ল'ৰাৰ জন্ম-চক্ৰ আছে জানো?" মিহিৰে তেতিয়াও নিজৰ চিনাকি নিদি সুধিলে।

"আছে, আছে, মই মাজে মাজে গণনা কৰি থাকো, কিজানি মোৰেই ভুল হৈছিল বা!"—এই বুলি বৰাহ উঠি গৈ পেৰাত যতনেৰে থোৱা জন্ম-চক্ৰ আনি দিলেহি।

মিহিৰে গণনা কৰি আচৰিত হ'ল এই কাৰণেই যে নিয়তিৰ অমোঘ বিধানত দেউতাকে প্ৰত্যেকবাৰতে একে ঠাইতে একেটা ভুলকে কৰিছে। তেওঁ দেউতাকক ভুলটো দেখুৱাই দি ক'লে যে তেওঁৰ সেই পুত্ৰজনৰ আয়ুস এশ বছৰ আছে।

"সৰ্বনাশ!" চিঞৰি উঠিল বৰাহ পণ্ডিতে। তেওঁ যে আজি পুত্ৰ হন্তা পিতৃ!

মিহিৰে তেতিয়া দেউতাকক বুজনি দি ক'লে যে তেওঁৰ পুত্ৰৰ কেতিয়াও মৃত্যু হ'ব নোৱাৰে। গতিকে তেওঁলোকে ৰাজসভালৈ গৈ ৰজাৰ আগত গোটেই কথাখিনি দাঙি ধৰিব লাগে।

সেইমতেই পিচদিনা দুয়ো ৰাজসভালৈ গ'ল। ৰজাই সকলো কথা শুনিলে। তৰুণজনৰ কথা-বতৰা ভালদৰে লক্ষ্য কৰিলে। তাৰ পিচত বৰাহলৈ চাই ক'লে, "পণ্ডিত, যিজনে আপোনাৰ পুত্ৰৰ বাতৰি আনি দিছে তেওঁ বাৰু কোন হ'ব পাৰে ভাবি চাইছেনে? নিশ্চয় তেৱেঁই আপোনাৰ পুত্ৰ হ'ব।"

মিহিৰে তৎক্ষণাত বৰাহৰ ভৰিত পৰি সকলো কথা ক'লে।

পিতা-পুত্ৰৰ মিলন হ'ল। বৰাহৰ ঘৰত আনন্দ উছৱ আৰম্ভ হ'ল। মাকে পো-বোৱাৰীক বুকুত সুমুৱাই ল'লে। আনন্দৰ ছধাৰি চকুলো বৈ আহি দুয়োৰো মূৰত পৰিল।

কাহিনী শেষ হোৱাৰ লগে লগে পুতলাই চকুত চাৎ মাৰি ধৰা সৌন্দৰ্যময়ী দেৱী ৰূপ লৈ গন্ধৰ্ব লোকলৈ উৰা মাৰিলে।

চকুৰ পচাৰতে সিংহাসনখনত জুই জ্বলি উঠিল।

ৰজাই ৰাজ্যভাৰ নিজ পুতেকক দি বনবাসী হোৱাৰ সংকল্পৰ কথাও ৰাজসভাত ঘোষণা কৰিলে।

বত্রিছ পুতলাৰ কাহিনীও শেষ হ'ল।